# ধৰ্ম্ম সঙ্গীত।

"গানাৎ পৰতৰো নহি।"



কেইজনমান ছাত্ৰৰ দ্বাৰাই অসমীয়া ভাষাত
ৰচিত আৰু সংগৃহীত।

তেজপুৰ।

প্ৰকাশক—শ্ৰীশৰচ্চন্দ্ৰ চক্ৰবৰ্ত্তী।

বেচ ।৵০ অনা মাথোন।

# ব্রহ্ম স্তোত্রম্ ।

---

ওঁ নমস্তে সতেতে জগৎ কাৰণায় ।
নমস্তে চিতে বিশ্বৰূপাত্মকায় ॥
নমোঽদ্বৈততত্ত্বায় মুক্তি প্রদায় ।
নমো ব্রহ্মণে ব্যাপিনে শাশ্বতায় ॥
ত্বমেকং শৰণ্যং ত্বমেকং বৰেণ্যং ।
ত্বমেকং জগৎ কাৰণং বিশ্বৰূপং ॥
ত্বমেকং জগৎ কৰ্ত্তৃপাতৃ প্রহৰ্ত্তং ।
ত্বমেকং পৰং নিশ্চলং নিৰ্ব্বিকল্পং ॥
ভয়ানাং ভয়ং ভীষণং ভীষণানাং ।
গতিঃ প্রাণিনাং পাৱনং পাৱনানাং ॥
মহোচ্চৈঃ পদানাং নিয়ন্তৃ ত্বমেকং ।
পৰেষাং পৰং ৰক্ষণং ৰক্ষণানাং ॥
তদেকং স্মৰামস্তদেকং জপামঃ ।
তদেকং জগৎসাক্ষীৰূপং নমামঃ ॥
সদেকং নিধানং নিৰালম্বমীশং ।
ভৱাম্ভোধিপোতং শৰণ্যং ব্রজামঃ ॥

---

# পাতনি।

সঙ্গীত বৰ লাগতীয়াল বস্তু। ই মানুহৰ মনক যেনে আচৰিত ভাৱে কোমলাব পাৰে, আন একোৱে তেনেকৈ কোমলাব নোৱাৰে। ইয়াৰ শক্তি অসীম। শত যুজাৰুৱে চোকা দা কটাৰী দেখুৱাইও মানুহ এটাৰ মনৰ যি ভাৱ সলোৱাব নোৱাৰে, জ্ঞানীসকলৰ অশেষ মূল্যবান বুজনিয়েও তাৰ মনৰ যি ভাৱ পৰিবৰ্ত্তন কৰিব নোৱাৰে,সঙ্গীতে সহজেই সেই মানুহৰ মনৰ সেই ভাৱ আচৰিত ৰূপে সলোৱাই দিয়ে। ই ৰজাক ৰাজপাট এৰুৱাই ভিখাৰী কৰে, জ্ঞানীক অজ্ঞানীত পৰিণত কৰে, ধুনীয়াৰ ধুন ছন কৰে, গুণীৰ গুণ মাৰ নিয়ায়। যেতিয়া নিজম ঠাইত, দুপৰীয়া বা মাজ নিশা আমি একে মনে সঙ্গীত শুনি থাকোঁ, যেতিয়া গাওঁতাৰ সুমধুৰ মাতে গোটেইখন ঠাই প্ৰতিধ্বনিত কৰি লাহে লাহে আকাশলৈ উঠি আকাশ-সাগৰ থলকনি লগায়, তেতিয়া আমি নিজৰ অস্তিত্ব পাহৰি জড় বস্তু এটাৰ নিচিনা হৈ পৰোঁহঁক। জ্ঞান বুদ্ধি শূন্য হই তেতিয়া আমি একে লালিয়ে সঙ্গীত সুধাহে পান কৰি থাকোঁ। আমি যিমান কাঠচিতীয়া হওঁ নহওঁ, সঙ্গীতৰ করুণভাৱে আমাক তেতিয়া হুক্ হুকুকৈ কন্দুৱাই পেলায়। নৈৰ সোঁতত থৰিকা এডালৰ দৰে সঙ্গীতৰ ভাব-সোঁতত আমি উটিগৈ থাকোঁ। তেতিয়া পৃথিবী পাহৰি যাওঁ, স্বৰ্গ পাহৰি যাওঁ, নৰক পাহৰি যাওঁ, মুঠতে, সেই সঙ্গীতেইহে কাণত বাজি থাকে। সঙ্গীতে আমাৰ কঠুৱা

জীৱনক ৰসাল কৰি থৈছে। আমাৰ জীৱনত সকলোতকৈ সঙ্গীতৰ আধিপত্য বেছি। ই নহলে আমাৰ জীৱন শুকান, কৰ্কৰীয়া, আৰু নীৰস হয়। যি জাতিৰ মাজত সঙ্গীত বিদ্যাৰ আলচ নাই সেই জাতি মৰা, আৰু বাৰেওটি কাল অজ্ঞান এন্ধাৰত পৰি থাক।

সৎ সঙ্গীতে মানুহৰ প্ৰকৃতিত বৰ ওখ পৰিবৰ্ত্তন ঘটায়, ইয়াকে ভাবি আমি কেইজনমানে গোট খাই আজি এই "ধৰ্ম্ম-সঙ্গীত" খনি ৰাইজৰ আগত ধৰিলোঁ। ধৰ্ম্মভাৱ মানুহৰ মনত প্ৰৱল কৰাই এই পুথিখনিৰ উদ্দেশ্য। পাঠকসকলে পুথিৰ চিনাকী-পাততেই লেখোঁতাসকলৰ পৰিচয় পাইছে।— তেওঁলোক অলপ জ্ঞান আৰু অলপ বুদ্ধিৰ ছাত্ৰ মাথোন। অযোগ্যৰ হাতত পৰি এই ডাঙৰ উদ্দেশ্যটো নো কিমান সফল হৈছে, তাক পাঠক আৰু গায়ক সকলেই বিচাৰ কৰি চাব। আমাৰ উদ্দেশ্য যদিও ডাঙৰ, তেও আমাৰ আশা নিচেই অলপ। কেতিয়াবা এখন্তকলৈকো যদি কেনো জনৰ মন ধৰ্ম্মভাৱৰ পোহৰেৰে ই পোহৰাব পাৰে, তেনেহলেই আমাৰ সকলো আশা আৰু পৰিশ্ৰমৰ অতিৰিক্ত বেচ পালোঁ বুলি ভাবিমহঁক।

সকলোৰে ব্যৱহাৰৰ উপযোগী কৰিবলৈ ইয়াত অসাম্প্ৰদায়িক ভাৱৰ সঙ্গীত সন্নিবেশিত কৰা গল। বৰ্ত্তমান অসমীয়া সাহিত্যৰ কেইজনমান নাম জলা লেখকৰ সঙ্গীত, তেওঁলোকৰ মত লৈ ইয়াত সন্নিবেশিত কৰা গল। বঙ্গলা ভাষাৰ "ব্ৰহ্মসঙ্গীতৰ" কেইটিমান ভাল ভাল সঙ্গীতৰ অসমীয়া ভাঙ্গনিও ইয়াত আছে। ইয়াত হিন্দী বঙ্গালী আৰু কেইটিমান অসমীয়া সুৰৰ সঙ্গীত পাঠকসকলে দেখিবলৈ পাব। লেখকসকলে অসমীয়া গানৰ সুৰ ভালকৈ নজনাত, অসমীয়া সুৰৰ গীত নিচেই তাকৰ

হল। সেই নিমিত্তে তেওঁবিলাক সাধাৰণৰ ওচৰত লজ্জিত আছে। সাধাৰণৰ পৰা মৰম পালে দ্বিতীয় বাৰ প্ৰকাশ কৰোঁতে অসমীয়া সুৰৰ গীতৰ সংখ্যা বঢ়াবলৈ চেষ্টা কৰা যাব।

শেহত আমি শলাগ লৈ কওঁ যে, আমাৰ এই কামত কেবা জনো সমনীয়া বন্ধু আৰু ভাল মানুহে অৰ্থেৰে সহায় কৰিছে। তেওঁলোকৰ অৰ্থ সাহায্য নোপোৱা হলে আমি ইমান সোন-কালে সাধাৰণৰ আগত ইয়াক ধৰিবহি নোৱাৰিলোঁহেঁতেন। অসমীয়া ভাষাৰ সুলেখক আৰু শ্ৰদ্ধাস্পদ শ্ৰীযুত লক্ষ্মীনাথ বেজ-বৰুৱা ডাঙৰীয়াই আমাৰ এই পুথিখনিৰ ওপৰেদি চকু ফুৰাই শুদ্ধাশুদ্ধ চাই আমাক বাৰেওটি কালৰ নিমিত্তে তেওঁৰ ওচৰত কৃতজ্ঞতা-ডোলেৰে বান্ধি ৰাখিলে। ইতি।

তেজপুৰ, অসম
শকাব্দা ১৮১৩

৭৮
১৮৯১

# সূচী।


| | | |
|---|---|---|
| | | পিঠি। |
| অঠাই ভৱসাগৰে | ... | ... ১০ |
| অজ্ঞান অন্তৰ | ... | ... ২৭ |
| অপাৰ বিপদে পৰি | ... | ... ৪৭ |
| আহাঁ আজি আহাঁ সবে | ... | ... ৮ |
| আজি স্বৰগ সঙ্গীত | ... | ... ২৪ |
| আজি সবে গোঁৰাঁ | ... | ... ৩৭ |
| আজি শুভদিনে | ... | ... ৪৪ |
| আহাঁ জ্যোতির্ম্ময় | ... | ... ৬০ |
| আজি মনৰ সুখে | ... | ... ৫৪ |
| আহাঁ ভাই আজি আহাঁ সুখে | ... | ... ৫৫ |
| আনন্দ সাগৰে আজি | ... | ... ৫৯ |
| ইকি অপৰূপ ৰূপ | ... | ... ১০ |
| ইকি শুনো আজি হে | ... | ... ৩৩ |
| ই হিয়াৰ মাজে | ... | ... ৩৯ |
| ই কি লীলাখেলা নাথ | ... | ... ৫৭ |
| উঠাঁ চুবুৰীয়া | ... | ... ৪ |
| উঠাঁ ভাই এৰি এলাহ | ... | ... ৫১ |
| উঠাঁ পৰম পিতাৰ নাম | ... | ... ৫৬ |
| উঠাঁ উঠাঁ উঠাঁ ভাই | ... | ... ৫৭ |
| এন্ধাৰ ওৰণি ঠেলি | ... | ... ২ |
| এই সংসাৰত তুমিহে সাৰ | ... | ... ৪৯ |
| এই জগতত পিতা তুমিয়েহে সাৰ | ... | ... ৪৫ |
| কৰাঁ আজি সবে ঈশগুণগান | ... | ... ১১ |
| করুণা বিতৰি প্ৰভু | ... | ... ১১ |
| কিমতে জনাবোঁ মই | ... | ... ১২ |
| ক'ত আছাঁ শান্তিদাতা | ... | ... ১২ |
| কিৰূপ দেখিলোঁ আজি | ... | ... ১৫ |
| করুণ কণ্ঠেৰে কাকূতি কৰিছোঁ | ... | ... ১৮ |

| | |
|---|---|
| কি আছে সংশয় | ২১ |
| কৰাঁ হে কৰুণা কৰাঁ হে | ২২ |
| কি সুখত কি দুখত | ২৭ |
| কি ধন আমাৰ আছে | ৪১ |
| কলৈ গলা দীননাথ | ৪২ |
| কত বলা প্ৰাণৰ হৰি | ৫১ |
| কিয় হে ভাই এই জীৱন | ৫২ |
| কিয় মন হৰিনাম | ৫৫ |
| কত মোৰ প্ৰাণনাথ | ৫৯ |
| গোৱাঁ হৰি মুৰাৰি | ৬১ |
| গুছিল মোৰ শোক | ১৭ |
| গোৱাঁ গোৱাঁ গোৱাঁ সবে | ২৫ |
| গোৱাঁ হে হৰিনাম | ৩২ |
| গভীৰ প্ৰেমে নিমগন | ৫০ |
| চোৱাঁ আজি সবে | ৬২ |
| চোৱাঁ হে চোৱাঁ চকুমেলি | ৩৫ |
| চোৱাঁ দয়াময় চকুমেলি | ৪[illegible] |
| চোৱাঁ প্ৰকৃতিৰ শৰীৰ | [illegible] |
| জীৱনতৰী ভাহিল | ৪২ |
| জয় বিশ্বপালক | ৩ |
| জগত জীৱন দয়াল | ২০ |
| জগতৰ অধিবাসী | ২২ |
| জয় ভকতৰঞ্জন | ২৬ |
| জয় জয় দয়াল | ৪২ |
| জয় জয় জয় ভগৱান | ৪৫ |
| জয় জয় জগদীশ | ৪৬ |
| জীৱনসখা হে এৰি নেযাবা | ১৮ |
| জয় পৰম পিতা | ১৬ |
| জয় শিৱ শঙ্কৰ | ১৬ |
| জয় প্ৰভু হে শিৱ | ৪৭ |

| | | | |
|---|---|---|---|
| টেঙৰ সংসাৰী তুমি | ... | ... | ১৪ |
| তুমিহে করুণাময় | ... | ... | ৫ |
| তুমিহে অসীম যুঁজাৰু | ... | ... | ২৫ |
| তোমাৰ পোহৰে হই পূৰ | ... | ... | ৩৮ |
| তোমা বাজে প্ৰভু | ... | ... | ৪৩ |
| তুমি নাথ সৰ্ব্বস্বহে মোৰ | ... | ... | ৫৯ |
| তুমি হে ভৰসা | ... | ... | ৬২ |
| তোমাক এৰি কেনেকৈ থাকোঁ | ... | ... | ৬০ |
| থিৰ মনে মন | ... | ... | ৩১ |
| দুখৰ হেমন্ত গ'ল | ... | ... | ১৪ |
| দীনবন্ধু দয়াসিন্ধু ক'ত লুকালাঁ হে | ... | ... | ২০ |
| দুখে যদি পাওঁ দেখা | ... | ... | ২৩ |
| দিন যে গুচি যায় | ... | ... | ৩১ |
| দূৰে বহু দূৰে | ... | ... | ৩৩ |
| দুখৰ সংসাৰে হায় | ... | ... | ৩৩ |
| দিয়াঁ প্ৰভু দেখা দিয়াঁ | ... | ... | ৪৯ |
| দিয়াঁ দেখা দীননাথ | ... | ... | ৫৯ |
| ধীৰ মলয়া বাও | ... | ... | ৩ |
| ধন্য তোমাৰ মহিমা | ... | ... | ২৮ |
| ধৰ্ম্ম-নই পাৰে | ... | ... | ৪১ |
| নিশা পৰভাত আজি | ... | ... | ১ |
| নিয়াঁ প্ৰভু প্ৰেমধামে | ... | ... | ১৫ |
| নাথ! ক্ষমাহে জগৰ | ... | ... | ১৯ |
| নেজানোঁ কি গুণ আছে | ... | ... | ২০ |
| নমো দয়াময় পতিতপাৱন | ... | ... | ৫২ |
| পশ্চিম আকাশে | ... | ... | ৪ |
| পাপৰ যাতনা প্ৰভু | ... | ... | ৯ |
| প্ৰভু দিয়াঁ দৰশন | ... | ... | ১০ |
| প্ৰেম পৰশনে | ... | ... | ১৩ |
| প্ৰভু মুখ চাই চাই | ... | ... | ১৩ |

| | | | |
|---|---|---|---|
| প্ৰভু কি আছে আমাৰ | ... | ... | ১৭ |
| প্ৰভু মুৰাৰী | ... | ... | ২২ |
| প্ৰভুপদ সেৱা | ... | .. | ২৩ |
| পৱিত্ৰ মনেৰে আজি | ... | ... | ২৯ |
| প্ৰভু দয়া কৰা | ... | ... | ২৯ |
| প্ৰাণৰ শ্ৰীহৰিক | ... | ... | ৩০ |
| প্ৰভু হে পাপীতাৰণ | ... | ... | ৩২ |
| প্ৰভো কি গতি হ'ব হে | ... | ... | ৪৮ |
| প্ৰেমৰ জলধি বিনা | ... | ... | ৫৩ |
| পুনু বাজে | ... | ... | ৫৪ |
| প্ৰেমধাম বিনা ক'ত | ... | ... | ৫৬ |
| বিপদবন্ধু ক'ত হে | ... | ... | ১৭ |
| বতাহ বলিছে জুৰ | ... | ... | ৩৬ |
| বহাঁহে দুখীয়াৰ নাথ | ... | ... | ৩৭ |
| ব'লা ভাই সবে মিলি যাওঁ | ... | ... | ৩৭ |
| বাজোৱাঁ এবাৰ সেই বাঁহী | ... | ... | ৩৯ |
| বিপদ ভয় দুখ নিবাৰি | ... | ... | ৪৫ |
| বিৰাট ভীষণ মূৰতি | ... | ... | ৪৬ |
| ভৱসাগৰত পৰি | ... | ... | ৮ |
| ভৱসাগৰৰ পাৰে | ... | ... | ৬১ |
| ভাই চোৱাঁহে মিছাতে | ... | ... | ২১ |
| মন জপোৱা নয়ন | ... | ... | ৬ |
| মেলাঁহে অবোধ মন | ... | ... | ৬ |
| মিনতি কৰিছোঁ | ... | ... | ৭ |
| মাতিছোঁ শ্ৰীহৰি | ... | ... | ১১ |
| মই দুখীয়া ভিখ্ মাগিছোঁ | ... | ... | ১৯ |
| মন কিয় ভোল হই থাকিলি | ... | ... | ৪০ |
| যেতিয়া ভাহোঁহে নাথ | ... | ... | ২৬ |
| মোৰ মন আজি হে | ... | ... | ৩৯ |
| ৰাতি যায় যায় | ... | ... | ২ |

| | | |
|---|---|---|
| লোৰাঁহে প্ৰভুৰ নাম | ... ... | ৪৬ |
| শুনা মাতে জগজন | ... ... | ৬ |
| শুভদিনে পূজো হৰি | ... ... | ৯ |
| শান্তং ধীৰ গম্ভীৰ | ... ... | ৫৩ |
| সুন্দৰ ৰূপেৰে | ... ... | ৬২ |
| সংসাৰ জাৰণি মাজে | ... ... | ৭ |
| সংসাৰ সাগৰ মাজে | ... ... | ৮ |
| সংসাৰ জাৰণি মাজে আমি অতি | ... ... | ১২ |
| স্বৰগ-সঙ্গীত গোৱাঁ | ... ... | ১৩ |
| সংসাৰৰ মাজে অমৃত ছুৰাৰে | ... ... | ১৯ |
| স্বামী পুত্ৰ কোন তব | ... ... | ৩৪ |
| সদায় হৰি হৰি হৰি বুলি | ... ... | ৪০ |
| সংসাৰ জালত আৰু | ... ... | ৪৪ |
| সৰ্ব্বভূত স্থিত | ... ... | ৪৯ |
| হৰিনাম বিনে কোৱা | ... ... | ৫৮ |
| হৰি পাপী মই হীন মতি | ... ... | ৫৮ |
| হৰি বোলা (অ' ভাই) | ... ... | ১৫ |
| হৰি বোলাঁ হৰি বোলাঁ | ... ... | ৬১ |
| হাহাঁ হে পৰাণ হাহাঁ | ... ... | ১৬ |
| হে নাথ মোক আৰু নেৰিবা | ... ... | ২৩ |
| হে মন কি কুবুদ্ধি তোৰ | ... ... | ২৭ |
| হে প্ৰভু ঈশ্বৰ | ... ... | ৩৪ |
| হৃদয়ৰ ধন | ... ... | ২৬ |


---

# ধর্ম্মসঙ্গীত।

সরফর্দ্দা—একতালা।

নিশা পরভাত আজি উঠ আঁখি মেলি এ।
সুপ্রসন্ন চতুর্দ্দিশে বহিছে মলয়া এ॥
সবে নিদ্রা পরিহরি, উঠি বোলা হরি হরি,
হৃদয়ে ভকতি ধরি পূজা হরি পদ এ॥
যত বিহঙ্গমচয়, সুখে হরিগুণ গায়,
তাসবার সঙ্গে সুরে ধরা হরিনাম এ॥
পূরবে সূরয উদি, জ্বলিছে গগন ভেদি,
বিভুর বিমল রশ্মি ধরা বহি যায় এ॥ ১॥

রাগিণী টোড়ি—আড়াঠেকা।

এক্কার ওরণি ঠেলি পোহর বেলি ওলাল।
ধীর সমীর বলিছে নাহে নাহে।
বিহঙ্গমগণে ঈশ গান করে।
মন হোরাঁ মগন অমৃত সাগরে—আনন্দময় নীরে ॥ ২ ॥

---

রাগ ভৈরব—তাল একতালা।

রাতি যায় যায়, এবে উঠি ভাই, করাঁ বিভু গুণ গান।
ধীরে ধীরে চোরাঁ নিশা শেষ হয়।
চোরাঁ হেরা দিনমণির উদয়,
নিজ কাজ সাধি প্রফুল্ল হৃদয়ে
উদিছে শোভি গগণ।
গভীর নিশার গভীরতাময়
মনোহর ভাব পালে এবে লয়,
সুখ-প্রাণে প্রাণী, পশুপক্ষীচয়
উঠে আনন্দিত মন॥
বিভু গুণ গানে পূরোরাঁ ভুবন,
বিভু-রসে মজি নাচোক পরাণ,
সুখর প্রভাতে হই এক প্রাণ,
উকরাঁ প্রেম-নিছান॥
হরিনামে হ'ব মহা পাপ ক্ষয়,
ভস্মীভূত হ'ব কুবাসনাচয়,
প্রেম-সুধা পান করিব হৃদয়,
আনন্দে হ'ব মগন॥ ৩॥

রাগ ভৈৰৱ—তাল ঠুংৰি।

জয় বিশ্বপালক, বিপদ-হাৰক
জয় নৰনাৰীৰ পালক হে।
সুখৰ প্ৰভাতে, মাগোঁ যোৰহাতে,
কৰাঁ প্ৰভু কৃপা-জল দান হে॥
বাঢ়োক সুমতি, তব পদে মতি,
ভকতি মুকুতি প্ৰেমদাতা হে।
ভক্তি-ৰসে মজি, তব পদ পূজি,
পাওঁ শান্তি-সুধা যেন সদা হে॥ ৪॥

—

ৰাগিণী ললিত—তাল একতালা।

ধীৰ মলয়া বাও, বলিছে, বলিছে আজি ধীৰ।
সুললিত সুৰে মুহি জগজনে, ধীৰে গান কৰে বিহঙ্গমগণে॥
মধুৰ হাঁহিছে, তৰুণ তপনে, আনন্দে নাশি এন্ধাৰ,
শান্তিৰ কোলাত, সুখে মগন, ধীৰে আলোকিত নীল গগন।
হ'ল সোণোৱালী সাজে শোভন মোহন সুন্দৰ ৰূপে।
হৰিৰ নামৰ মহিমাক গাই, গূঢ় মহামন্ত্ৰ হৰি নাম লই,
ভক্তসকলৰ কাণত শুনায়, ধীৰে ধীৰে অতি ধীৰে।
তুমিও হে মন সহিত ভকত, হৰিৰ চৰণে সঁপি প্ৰাণচিত,
গোৱাঁ হৰিনাম আনন্দিত মনে, পাবা সুখ অতি অন্তৰে॥ ৫॥

—

রাগিণী ভৈরবী—তাল একতালা।

পশ্চিম আকাশে, রাতি হই গ'ল লীন।
দূৰে পূব পিনে, আনন্দিত মনে,
উঠে বেলি রঙ্গ মনে।
চৰাই চিৰিকটি, ফৰিঙ্গ কিৰিঙ্গটি
সবে পালে নব প্ৰাণ।
বিভু গুণ গাই, ভুবন ভুলাই
নিজ কামে দিলে মন।
পুখুৰীৰ মাজে, পদুমেও কেনে,
হাঁহি বিভু-গুণ গায়।
বনত গোলাপে, প্ৰাতঃবায়ু লগে,
হৰিৰ মহিমা গায়।
বিনীত ভাৱেৰে, মাতি কৰযোৰে,
পৱিত্ৰ সবল হই।
বিভু নাম গাই, অতি সুখী হই
স্বকাজ সাধোঁ এবে গই॥ ৬॥

---

ৰাগ ভৈৰব—তাল ঠুংৰি।

উঠা চুবুৰীয়া, নিশা শেষ হ'ল,
উঠা সবে লই ঈশনাম।
গোৱাঁ ঈশনাম মজোক পৰাণ
সিজক শুভ মনঃকাম।

পূৰ্ব্ব অচলে উঠিছে বেলিটি
চোৰাঁ কেনে বিভু-গুণ গায়।
সেই-সুখ হাঁহি দেখি সবে হাঁহে
জগতেও হাঁহে তাক চাই।
ই প্ৰাতঃসময়ে পবিত্ৰ হৃদয়ে
ঈশনামে ভৰোঁৰাঁ ভুবন,
সি নামৰ ৰাৰে পশুপক্ষীমানবে
পাহৰক দেহ মন প্ৰাণ।
বতাহত মিলি গিৰি শিৰে লাগি
হওক প্ৰতিধ্বনি তাৰ।
নগৰে প্ৰান্তৰে গিৰি-গহ্বৰে
উঠুক সি ধ্বনি অসংখ্য বাৰ ॥ ৭ ॥

---

ৰাগিণী জয়জয়ন্তী—তাল ঝাঁপতাল।

তুমি হে করুণাময় পাপীতাপীৰ ভৰশা।
তুমি বুদ্ধি তুমি বল তুমি শক্তি তুমি আশা।
বিপদ সাগৰে পৰি, পাৰ তাৰ নাহি হেৰি,
মাতে যেবে জীৱে কান্দি, দিয়া আশা-তৰি, শান্তি।
তব পদাশ্ৰয় পাই, কত পাপী তৰি যায়,
বলহীন বলী হয়, পাই তোমাৰ হি কৃপা।
দীনে দিয়া দৰশন, পবিত্ৰ হওক মন,
পাপতাপ কৰি ছন্ হিয়াক কৰাঁহে নিকা ॥ ৮ ॥

---

বেহাগ—আড়া।

মন জপোৰাঁ নয়ন।
জপোৰাঁ লাহে লাহে   তুমি চকুৰ আবৰণ।
ধীৰ সমাহিত চিতে,
ৰহাঁ ভক্তিৰ সইতে,
আকাঁ হৰি চিত্ত-পটে,—মন জপোৰাঁ নয়ন ;
যদি পাপে সুবেশেৰে,   আহি মোহিনী মাতেৰে
মাতে, তেনে কৰা, দুৰে কৰিব গমন ॥ ৯ ॥

---

পাহাড়ি—একতালা।

মেলাঁ হে অবোধ মন মেলাঁ হে নয়ন।
মোহ এন্ধাৰত কিয় নিদ্ৰা অচেতন ॥
পাপে তাপে দেহ ক্ষীণ, মোহ মদে জ্ঞান হীন,
চোৱাঁ তোমাৰ বিলাই, চোৱাঁ তুমি অতি দীন।
মুকলি কৰাঁ হে মন, তব মুদ্ৰিত নয়ন,
চোৱাঁ চকু মেলি আজি চিৰজ্যোতি নিৰঞ্জন।
মাতাঁ ব্যাকুল মাতেৰে, কান্দাঁ করুণ সুৰেৰে
দেখা দি কৰিব তেওঁ পাপ তাপ মোহ লীন ॥ ১০ ॥

---

ৰাগিণী সাহানা—তাল ঝাঁপতাল।

শুনা মাতে জগজন দয়াল ঈশ্বৰে।
উঠাঁ সবে যাওঁ, আজি শান্তিময় ঘৰে।

তাপিত হৃদয় যাৰ, মছাঁ আজি অশ্রুধাৰ,
—তুমাৰ বিৰহ-জুই বহু দিন পাছে॥
মন-আকাশৰ মাজে, কি সুন্দৰ গীত বাজে,
আনন্দে জগৎ আজি কি শুৱলা ৰূপে সাজে।
আজি পুণ্য দিনে ভাই, শান্তিৰ ঘৰলৈ গই
জুৰাম তপত প্ৰাণ ঈশ-মুখ চাই॥ ১১॥

---

ৰাগিণী বেহাগ—আড়া।

সংসাৰ-জাৰণি মাজে, যেতিয়া যিফালে চাওঁ।
এন্ধাৰেৰে ভৰা ধৰা চাৰিদিশে দেখাপাওঁ।
হিংসা দ্বেষ আদি কৰি, পাপ-জাল আছে পৰি,
দুৰ্ব্বল এলাহ আৰু শতুৰু দেখিব পাওঁ॥
দিয়াঁ বৰ দয়া কৰি, কৃপাৰ সাগৰ হৰি,
কৰ্ত্তব্য সোঁৰঁৰোঁ দিনে, তৱঁ মন্ত্ৰে দীক্ষা লওঁ॥ ১২॥

---

ৰাগিণী খাম্বাজ—তাল একতালা।

মিনতি কৰিছোঁ কৰযোৰ কৰি, কৰাঁ কৃপা হৰি,
অধম জনে ;— ৰাখিবা সদা চৰণে।
মনৰ আন্ধাৰে পৰি আমি নৰ, কত অপৰাধ কৰিছোঁ ঈশ্বৰ,
ক্ষেমিবা সিসব দোষ অধমৰ, দয়া কৰি তুমি আপোন গুণে।
ৰাখিবা সদা চৰণে।
তযু পদে প্ৰভু এই নিবেদন, পৰহিতে যেন থাকে সদা মন,
পৰৰ কাৰণে কান্দে যেন প্ৰাণ, নাহি আন বাঞ্চা আমাৰ মনে।
—ৰাখিবা সদা চৰণে॥ ১৩॥

পুৰবী—আড়া।

ভব-সাগৰত পৰি কিয় ভোল হলাঁ মন ?
সংসাৰ-জালত ভাই কিয় হলাঁ অচেতন ?
ধৰ্ম্মপুণ্য-বাট এৰি, পাপক লাখুটি কৰি,
কিয় ফুৰা সদা লৰি আন্ধাৰে হই মগন।
সোঁৱৰা নিজৰ দেশ, ভজাঁ মন পৰমেশ,
সত্যজ্ঞান পূৰ্ণব্ৰহ্ম, জগত আদিকাৰণ ॥ ১৪ ॥

——

বাহাৰ—একতালা।

আহাঁ আজি আহাঁ সবে আনন্দ উলাহ মনেৰে,
পূজোঁ কৃতজ্ঞ হৃদয়ে বিভু-পদ ভক্তি-ফুলেৰে।
পাপ তাপ দূৰে যাব, হিয়া সুখ-সাগৰে
ভাহিব, নাচিব আনন্দ-ঢউৰ লগে লগে।
হৃদয় নীল আকাশ মাজে পোহৰ পুণ্য-বেলিয়ে,
শোভি গুছাব এন্ধাৰ সত্য-পোহৰেৰে।
জয় দয়াময়, জয় দয়াময়, গোৱাঁ মুকলি মনেৰে।
উঠক সি ধ্বনি ভেদি গগণ ভীষণ ৰৱেৰে ॥ ১৫ ॥

——

ললিত—আড়া।

সংসাৰ-সাগৰ মাজে শ্ৰীহৰি নাম সম্বল।
নিৰাশৰ আশা হৰি, দুৰ্ব্বলীৰ হৰি বল ॥
হৰি অগতিৰ গতি, হৰি অনাথৰ পতি,
হৰি বিনা নাই গতি, পাপীতাপীৰ দুৰ্ব্বল ॥

মন ভজঁা সদা হৰি, জিবা তুমি গোৱাঁ হৰি,
পাপ-বেজাৰ পাহৰি, হোৱাঁ তাতেই মগন ॥
—লভিবা সুন্দৰ জ্ঞান, শুচি হব মনপ্ৰাণ,
হৃদয়-পুখুৰী মাজে হাঁহিব পদুম ফুল ॥ ১৬ ॥

—

ললিত—কাৱালী।

শুভ দিনে পূজেঁা হৰি ভক্তিভাৱে তব পদ।
পূৰোৱাঁ মনৰ আশা কৰি সদা নিৰাপদ ॥
আমি আতি হীনমতি, তুমি অগতিৰ গতি।
দিয়াঁ প্ৰভু শুভ মতি, গুছুৱাঁ পাপ বিষাদ ॥
তব পাদপদ্মে পৰি, মাতিছোঁ কাকুতি কৰি।
গুছি অজ্ঞানতা অৰি হওক জ্ঞান উদিত ॥
কৃপা-বাৰি কৰাঁ দান, সুখত ভাসক প্ৰাণ,
[illegible] হক দয়াময় শুভ অতি মন-সাধ ॥ ১৭ ॥

—

জয়জয়ন্তী—ঝাঁপতাল।

পাপৰ যাতনা প্ৰভু, নোৱাৰোঁ সহিব আৰু।
হৃদয়ত নাই শান্তি, সদায় পাপ-যাতনা।
অকিঞ্চন নাই মোৰ, সংসাৰৰ মাজে ঘোৰ
কাৰ পিনে চাম প্ৰভু, কোনে নো কৰিব দয়া ॥
হে প্ৰভু দীনশৰণ, পাপসন্তাপহৰণ,
দৰশন দিয়াঁ নাথ, গুছুক পাপযাতনা ॥১৮॥

—

আলেয়া—যৎ।

প্ৰভু দিয়াঁ দৰশন।
তোমাৰ দৰশনে পাওঁ প্ৰভু নতুন জীৱন॥
সংসাৰৰ সুখ ভোগ, পাহৰোঁ দেখিলে মুখ
শান্তি-সুধা পান কৰি ভুলোঁ পাপ-দুখ॥
আনন্দ-সাগৰে মজি, সকলো গই পাহৰি,
ভোল হওঁ তয়ু অপৰূপ ৰূপ হেৰি।
নৰহে সংসাৰে মন. নোখোজে হৃদয়ে ধন,
খোজে মুঠে তোমাৰ সেই প্ৰেমানন॥ ১৯॥

---

খাম্বাজ মিশ্ৰ—একতালা।

ইকি অপৰূপ ৰূপ হিয়াৰ মাজত।
পবিত্ৰ আনন্দ ছবি, পূৰ্ণ সুন্দৰ নিৰখি,
আজি কিয় হলোঁ মই প্ৰেমত নিমাত!
পাপতাপ দূৰে গেল, সুবৃত্তি-ফুল ফুলিল,
পবিত্ৰ আনন্দ, প্ৰেমৰ মই তলিত!
অনন্ত বাসনা আজি, হই সবে একমুখী,
খোজে মিলি যাব সেই ছবিৰ বুকুত॥ ২০॥

---

ৰাগিণী ভৈৰবী—তাল কাৱালী।

অঠাই ভব-সাগৰে, তাৰাঁ হে তাৰাঁ হে।
কৃপাময় নাও দি তাৰাঁ হে, তাৰাঁ হে॥
সন্তাপনিবাৰণ, কুবুদ্ধিবিনাশন
দুখৰ এন্ধাৰ নিশা দুখ দূৰ কৰাঁ হে॥ ২১॥

---

রাগিণী বারোঁৱা—ঠুংরি।

কৰাঁ আজি সবে ঈশ-গুণ গান, আনন্দত অবিশ্ৰাম।
পাপ তাপ দূৰে যাব পাবা নৱ জীবন।
দূৰে যাব ঠেক ভাৱ, অনন্তে হবা উধাও,
ৰসাল দয়াল নাম অমৃত সমান।
সংসাৰে বিপদকালে দয়াময় বুলি কান্দিলে,
ভয়, তাপ, দূৰে যায় দুখৰ পৰে ছন্ ॥ ২২ ॥

---

বাগেশ্ৰী—আড়াঠেকা।

করুণা বিতৰি প্ৰভু দিয়াঁ শান্তি পদছাঁয়া।
মঙ্গল নিলয় আনি কৰাঁ শুদ্ধ পাপ-হিয়া ॥
দিয়াঁ জ্ঞান শুভমতি, কাকুতি কৰিছোঁ অতি,
সংসাৰ অৰণ্যে আজি, সুপথ দেখুৱাই দিয়াঁ।
আমাৰ উদ্দেশ তৰু, কুশলে ৰাখিবা হৰি,
তোমাৰ কৃপাত যেন দিনে তাৰ বাঢ়ে কায়া ॥ ২৩ ॥

---

বেহাগ—একতালা।

মাতিছোঁ শ্ৰীহৰি কৰি কৰযোৰ।
আহাঁ হৰি কৃপা কৰি, হৃদয়-মন্দিৰে মোৰ ॥
বিবুদ্ধি-সাগৰে পৰি, মাতিছোঁ কাকুতি কৰি,
নেৰিবা তোমাৰ দাসে, দেখি পাপী মহাঘোৰ।
নিজ-গুণে দয়া কৰি, তাৰাঁ মোক দয়াল হৰি,
অভয়চৰণে সঁপি দিলোঁ কায়মন মোৰ ॥ ২৪ ॥

---

আড়ানা বাহাৰ—একতালা।

কি মতে জনাবোঁ মই যাতনা যত অন্তৰে।
দহিছে হৃদয়তনু মহাপাতক নিকৰে ॥
অমৃত ভাবিয়া গৰল ভক্ষিলোঁ
নিচিনিলোঁ এই চকুৰে ॥
এতিয়া প্ৰভু সহিব নোৱাৰোঁ পুৰিব ধৰিছে অন্তৰ ॥
তুমি কৃপা কৰি আপোনাৰ গুণে কৰাঁ পাৰ ভৱ-সাগৰে ॥ ২৫ ॥

---

বাগেশ্ৰী—আড়া।

সংসাৰ-জাৱনি মাজে আমি অতি হীন নৰ।
গুছুৱাঁ পাপ-কুঁৱলী হৃদয় হোক পোহৰ।
বুৰি আছোঁ বিষয়ত, নেপাওঁ একোতে তত্,
জীৱ যায় ভাবনাত, চকুৰে দেখোঁ এন্ধাৰ ॥
সদায় চকু-লো বই, নিলে মোক উতুৱাই।
দপানী-পাকত গই, জীৱে খালে থৰ্ মৰ্ ॥
কৰাঁ প্ৰভু দয়া দান, ৰঙ্গত নাচক মন,
গাওঁ বহি গুণ-গান, থাকি সদা একে থৰ ॥ ২৬ ॥

---

ললিত —আড়া।

ক'ত আছাঁ শান্তিদাতা, কৰাঁ শান্তি-পানী দান।
সদা পাপ-জুয়ে প্ৰভু জ্বলিছে আমাৰ পাপ-পৰাণ ॥
তুমি কৃপা নকৰিলে, মৰিলোঁ নাথ সমূলে,
তোমাৰ শান্তিৰ কোলে, দিয়াঁহে পাপীক স্থান ॥

যাক মই বন্ধু বুলি, দেখালোঁ হৃদয় মেলি,
এৰি গ'ল জাৱণিত, কৰোঁ মোক পৰিত্ৰাণ ॥ ২৭ ॥

——

পিলু মুলতান—খেম্‌টা।

স্বৰগ-সঙ্গীত গোৱাঁ হে থিৰ মনে।
বৰষিব সুধা কাণে, হৰি গুণ গানে ॥
প্ৰাণ বলীয়া হব হে, হিয়া পূৰিব প্ৰেমেৰে,
পাবা সুখ, যাব দুখ, গোৱাঁ বিভু গান এ ॥ ২৮ ॥

——

ৰাগিণী কালাংগা—তাল কাৱালী।

প্ৰেম পৰশনে হিয়া-কেতেকী ফুলিল হে।
গোন্ধে মল্‌মলাইছে দশোদিশ আজি হে ॥
ফুলৰ ওপৰে আহি, প্ৰেমিক ভোমোৰা বহি
গাইছে, নাচিছে ঘনে, আনন্দে উধাও হে ॥ ২৯ ॥

——

প্ৰভু মুখ চাই চাই, আছোঁ একে থৰে বই
আমনি যে নাই—কি সুন্দৰ।
প্ৰভুৰ সুন্দৰ ৰূপে, হিয়াক মুহি পেলালে
হিয়া আজি প্ৰেমত মগন ॥
ৰূপ-মধু খাই খাই, প্ৰেমত বলীয়া হই
হিয়া আজি আনন্দে বিভোৰ।

বাজিছে স্বৰগ-গীত,  নবহে সংসাৰে চিত
মন আজি অথিৰ চঞ্চল ॥
প্ৰভাতী মলয়া বহে,  জগতে আনন্দে হাঁহে,
সকলো যে সুন্দৰ সুন্দৰ ॥ ৩০ ॥

——

সিন্ধু ভৈৰবী—যৎ।

টেঙ্গৰ সংসাৰী তুমি বিষয়ী মাজে প্ৰধান।
থকাতো ধনসম্পত্তি তুমি মগনীয়া সমান ॥
আমি সকলো তোমাৰ, পুত্ৰ কন্যা পৰিয়াল,
মিতিৰ, কুটুম, দাস, সকলো একে সমান ॥
সকলো দিছাঁ হে হৰি, জগত আছাঁ হে ধৰি,
প্ৰভু তুমি হে সকলো গুণধাম ॥ ৩১ ॥

——

ৰাগিণী ইমন কল্যাণ—তাল জলদ তেতালা।

দুখৰ হেমন্ত গল,  সুখ-বসন্ত আহিল।
হিয়া-মঞ্জু-কুঞ্জ বনে,  ভকতি-ফুল ফুলিল ॥
নিৰাশা-কুৰঁলি গ'ল,  আশা-বতাহ বহিল।
চিৰ জ্যোতি মনোলোভা, প্ৰকাশি কৰিলে শোভা,
ডাৱৰেৰে ঢকা হিয়া,  হ'ল নীলা নিৰমল।
ফুলিল প্ৰেমৰ কলি,  গুৱনী হে পাহি মেলি,
পৰিল ই হিয়া হলি দেৱতা-পদে কমল ॥ ৩২ ॥

——

ভৈৰৱী খাম্বাজ—কাৱালী।

কিৰূপ দেখিলোঁ আজি হিয়াৰ মাজত।
প্ৰেম-পাৰিজাত প্ৰেম-দেৱতা পদত॥
প্ৰেমৰ মধুৰ হাঁহি, কথা সুমধুৰ।
প্ৰেমৰ জগত প্ৰেম-পোহৰেৰে পূৰ॥
স্বৰ্গৰ পৱিত্ৰ প্ৰেম আজি ই হিয়াত।
বহিব কেনেকৈ কোৱাঁ চিত সংসাৰত॥
প্ৰাণ, মন দিলোঁ প্ৰেম দেৱতা চৰণে।
থাকিম সদায় সুখ প্ৰেমৰ সপোনে॥ ৩৩॥

---

ৰাগিণী সাহানা—তাল যৎ।

নিয়াঁ প্ৰভু প্ৰেমধামে, চিৰ আশা পূৰোৱাঁ হে।
গভীৰ প্ৰেম-সাগৰে বুকুৱাঁ প্ৰভু অচিৰে॥
স্বৰগ-সঙ্গীত শুনি, যাওঁ মন প্ৰাণ ভুলি,
আতমা নিযুক্ত কৰাঁ ভক্তি-হ্ৰদে ভক্তি মনে॥
মৃত দেহে পাম বল, পান কৰি প্ৰেম-জল,
প্ৰেমপূৰ্ণ মূৰ্ত্তি দেখি আনন্দ লভিম প্ৰাণে॥
কত ৰূপে মনোলোভা, আনন্দধামৰ শোভা,
নিৰখিম ৰঙ্গ মনে সত্বৰে প্ৰভু নিয়াঁ হে॥ ৩৪॥

---

সঙ্কীৰ্ত্তন।

হৰি বোলাঁ (অ ভাই) হৰি হৰি বোলাঁ।
হৰি নামৰ উজান বয় প্ৰেমৰ পাল তোলাঁ॥
প্ৰেম-সুধা-জল হৃদয় ভৰি ভৰি মন আনা।
পাপ তাপ সব দূৰে যাব বহিব সুখৰ মেলা॥ ৩৫॥

রাগিণী নট বেহাগ—তাল ঝাঁপতাল।

জয় পরম পিতা মঙ্গলময় সনাতন।
করুণা আধার সত্যরূপ নিরঞ্জন।
জয় বিশ্বপিতা—অনন্ত বিধাতা
পরমেশ্বর জয়, জগত কারণ॥ ৩৬॥

---

ভয়রোঁ—ঠুংরি।

জয় শিব শঙ্কর, প্রভু হে মহেশ্বর,
সত্য রূপ সচ্চিদানন্দ এ।
মহিমা তোমার, অগাধ অপার,
কীর্ত্তি তব অতুলন এ॥
পৃথিবী গগন, নদ নদী বন,
পূর্ণ তব যশে, পোহরে॥
সকলোরে তুমি, স্নেহর জননী,
অনাথর তুমি নাথ এ॥
সভক্তি অন্তরে, পূজোঁ বারে বারে
তোমার পদকমল এ॥ ৩৭॥

---

রাগিণী ঝিঁঝিট—তাল কাশ্মিরী খেম্টা।

হাঁহাঁ হে পরাণ হাঁহাঁ, আনন্দে হাঁহাঁ হে।
পালোঁ দেখা দয়াময় প্রাণেশ্বরক হে॥
মনর রঙ্গেরে হালি জালি, হরি বোলাঁ দুহাত তুলি,
প্রেমত বলীয়া হই হরি হরি বুলি নাচা হে॥ ৩৮॥

---

জয়জয়ন্তী—আড়া।

প্ৰভু! কি আছে আমাৰ,
পূজিবৰ শকতি তযু ই চৰণ?
হৃদয়ৰ কোনো চুকে নাই ভক্তি-ৰস নাথ, পাপে বুৰি
সদায় আছে ই অজ্ঞান।
মোকোলাই দিয়া মন, জ্ঞান-চাকি জ্বালি দিয়াঁ;
তোমাৰ ভাৱতে যেন ৰয় সদায় মন ॥ ৩৯ ॥

——

আশা ভৈৰৱী—তাল ঠুংৰি।

গুছিল মোৰ শোক, নাই হে আৰু দুখ,
শীতল হ'ল মন প্ৰাণ।
ভয় ভাৱনা আদি, পলাল দূৰে আজি
প্ৰেমৰ খানী কৰি পান॥
বহি মোৰ হিয়াত, দিলাঁ মোক জগাই,
মোহ-টোপনি আজি গ'ল।
তোমাত প্ৰভু আজি, আছে হৃদয় মজি,
নেৰোঁ আৰু তযু চৰণ ॥ ৪০ ॥

——

ৰাগিণী বাৰোঁৱা—তাল ঠুংৰি।

বিপদ-বন্ধু কত হে এতিয়া?
চোৱাঁ আহি, যায় আজি ই জীৱন।
কলুষ-নৰকে, ভুগিছে যাতনা মনে,
মোৰ প্ৰাণ সেই গুণে অথিৰ বলীয়া॥

নাথ নাই আশা মোৰ, এই পাপ জীৱনৰ,
দুখৰ জীৱনে আজি, শান্তি-সুধা দিয়াঁ ॥ ৪১ ॥

—

কথকতাঙ্গ।

জীৱন-সখা হে, এৰি নেযাবা পেলাই।
সখা হে অ'মোৰ প্ৰাণৰ সখা,
মোৰাঁ যদি এৰি হায়, ছুটা কথা নুশুনানে হে ?
ভৰিত ধৰি কওঁ, আজি মিনতি কৰি,
ইফালে হৰি,—হৰি এবাৰ চোৱাঁহে।
তোমাক হেৰাই, আজি অঠাই সাগৰে,
বুৰি মৰোঁ বুৰি মৰোঁ হে।
অ'মোৰ হৃদয়-প্ৰভু !
মৰোঁ মৰোঁ তাত হানি নাই,
মুঠে এয়ে থিয়াওঁ, হৰি এয়ে থিয়াওঁ
যেন অন্তিম কালত চৰণ পাওঁ ॥ ৪২ ॥

—

গীত।

করুণ কণ্ঠেৰে কাকুতি কৰিছোঁ, করুণাময় কাতৰে।
কৃপা কৰি কলি কালকূট কাটি করুণা কৰাঁ কিঙ্কৰে ॥
কলি-কলুষৰ কাৰণে কতনো, কামাদিয়ে ক্ৰূৰ ৰূপে।
কষ্ট দিয়ে, কিঞ্চিৎ কটাক্ষ কৰা হে কপে কায় কষ্ট-কূপে ॥
কৰাল কৱল বিকটাই কালে, কেনে কট মট কৰি,
কৰ কৰ কৰি, কৰচিছে দাঁত, কৰে কাল দণ্ড ধৰি ॥
কালৰ কঠিন কষ্ট কাটিবাক, কোৱাঁ কি কৰম কৰোঁ ?
কৃপা কৰা কান্ত! কৰিছোঁ কাকুতি,কৃতান্তৰ কোপে মৰোঁ ॥৪৩॥



বেহাগ—আড়া।

নাথ! ক্ষমা হে জগৎ।
অবোধ সন্তান আমি
শুশুনি তোমাৰ হাক কৰিলোঁ কুকাজ কত?
এৰিলোঁ ধৰ্ম্মৰ বাট, হলোঁ হে কুপথগামী।
দিলা কত উপদেশ, স্নেহ দয়া নাই শেষ,
নিদিলোঁ কাণত মই সেই সুবচন।
হায়! মই কি কৰিলোঁ, গছকি ভাঙ্গি পেলালোঁ,
সেই শান্তি, সকলো জানিছা অন্তৰ্য্যামী॥ ৪৪॥

---

সঙ্কীৰ্ত্তন।

মই দুখীয়া ভিক্ষা মাগিছোঁ।
কৰা কৃপানাথ, ভৰিত ধৰি মাতিছোঁ।
বৰ আশা কৰি আহিলোঁ প্ৰভু (কিবা পাম বুলি)
মোৰ ভগা ঘৰ তাত থকা কঠিন, দিয়া তোমাৰ
শান্তিৰ আলয়, (পাপ-পানী নুকুযে তাত)
মই মগনীয়া, একো যে নাই, তোমাৰ চৰণ ধূলি
ধন দিয়া প্ৰভু! (হেৰা কৃপাময়)॥ ৪৫॥

---

ৰাগিণী বাহাৰ—তাল একতালা।

সংসাৰৰ মাজে, অমৃত দুৱাৰে, আমি অতি সৰু নৰ।
ধূলি ধেমালীৰ, ই পাপ শৰীৰ, তুমি পিতা জগতৰ॥
সংসাৰৰ মাজে, শান্তি শান্তি বুলি, ফুৰিছোঁ চিয়ঁৰি হায়॥
শান্তি যে, নেপাওঁ, যলৈকে যাওঁ, পৃথিবীত শান্তি নাই॥

সংসাৰৰ ধূলি, সংসাৰৰ মলি, সংসাৰৰ পাপ তাপ,
সকলোৰে হায় ! থালে,প্ৰাণ যায়, দিয়াঁ শান্তি দিয়াঁ নাথ ॥
মান অভিমান গুচুৱাই প্ৰভু, ফুলুৰাঁ পহুম পাহি।
সংসাৰৰ ধূলি দিয়াঁ মচি নাথ, মুখে দিয়াঁ প্ৰেম-হাঁহি ॥৪৬॥

---

ৰাগিণী খট্—তাল একতালা।

জগত জীৱন দয়াল, আহিছোঁ তোমাৰ দুৱাৰে।
নোৱাৰি সহিব নাথ হে, সন্তাপ যাতনা সংসাৰে ॥
দিয়াঁ হে আশ্ৰয় দয়াল, তুমি যে বৰ মৰমীয়াল,
আহিছোঁ হে নাথ আশাৰে, তোমাৰ অমৃত দুৱাৰে ॥
পূজাৰ অঁজুলি হে হেৰি, একোকে নাই আমাৰ যে,
সকলো হেৰালোঁ হে প্ৰভু, সংসাৰ-ঘোৰ-বন মাজে ॥
লোৱাঁ হে আমাক লোৱাঁ হে, তোমাৰ শান্তিৰ নিকেতনে,
সকলো সন্তাপ পাহৰি, থাকিম সদায় ৰঙ্গেৰে ॥ ৪৭ ॥

---

ৰাগিণী—মিশ্ৰ।

নেজানোঁ কি গুণ আছে, মুখানি তোমাৰ
যত চাওঁ হেঁপাহ দুগুছে নাথ মোৰ।
একে থৰে থাকোঁ চাই, জ্ঞান বুদ্ধি শূন্য হই,
তেও যে আমনি নাই,—আহা কি সুন্দৰ ॥ ৪৮ ॥

---

ৰাগিণী খাম্বাজ মিশ্ৰিত—তাল যৎ।

দীনবন্ধু দয়াসিন্ধু ক'ত লুকালা হে ?
প্ৰাণ মন কিয় নিলা হে ॥

নিজীওঁ তোমা বিহনে, শান্তি নাই ই পৰাণে,
নিঠনুৰা কৰি কিয় নেদেখা নাথ হলা হে ॥৪৯॥

——

ৰাগিণী বিভাস—তাল চৌতাল।

ভাই চোৰাঁ হে, মিছাতে তোমাৰ দিন যায় হে।
মেলা চকু উঠা উঠা নেথাকিবা অচেতন ॥
মানুহ জনম ধৰি, হলা ভাই পাপাচাৰী,
পাহৰিলা প্ৰাণ প্ৰভু, হিয়া পূৰিলা অসাৰেৰে হে ॥
কালকূটে ক্ষণে ক্ষণে, টুটাইছে আয়ু ঘনে,
কিয় ভাই তেও ভোল, হায়! কি হব বিলাই তেনে॥
শুনা হে স্বৰগ-বাণী, চোৰাঁ প্ৰভু-মুখ পিনে,
তেওঁৰ আশীষ লই, বলা হে যাওঁ সবে প্ৰভু-কাজে ॥
॥ ৫০ ॥

——

বেহাগ—একতালা

কি আছে সংশয়?
হৰি যাৰ জন্মদাতা তাৰ কিবা ভয়?
শমন শিয়ঁৰে যাৰ নাম শুনি, তেওঁ বিদ্যমান অখিল অবনী
পৰিলে বিপদে মাতিবা কাতৰে, তাৰিব আহি নিশ্চয় ॥
যদি যমে ডৰে, সুকৰুণ স্বৰে, কান্দি নিবেদিবা যত মনে ধৰে
দয়ালু জনক তেতিক্ষণে আহি দিবেক অভয় ॥
কত মহাপাপী সংসাৰ তৰিছে,বিভু-কৃপা গুণে মুকুতি লভিছে
মাতা সবে মিলি, কৰিয়া কাকুতি, বুলি হৰি দয়াময় ॥ ৫১ ॥

——

রাগিণী সুৰট মল্লাৰ—তাল কাৱালী।

জগতৰ অধিবাসী সবে হই এক প্ৰাণ ;
একে লগে কৰাঁ সবে আজি হৰি গুণ গান।
দীন দুখী ধনী ৰজা সকলো হই সমান,
হৰি নাম লোৱাঁ সবে এৰি মিছা অভিমান।
পাপহাৰী, তাপহাৰী, হৰি নিত্য নিৰঞ্জন।
হৰি নামে তৰে পাপী, হৰি দুখীয়াৰ ধন।
পাবা হে ঐহিক সুখ, পৰলোকে পৰিত্ৰাণ,
এনুৱা হৰিৰ নাম নকৰাঁ কিয় কীৰ্ত্তন ॥ ৫২ ॥

---

ঠেছ্ কাৱালী—ৰূপক।

প্ৰভু মূৰাৰী, ভৱসাগৰ কাণ্ডাৰী।
প্ৰভু অনাথ আশ্ৰয় তুমি করুণাময়,
দীন দয়াময়—
দয়া কৰাঁ বিষয় বিৰে উদ্ধাৰি।
তুমি দুখহাৰী, সন্তাপ সংহাৰী।
তুমি ত্ৰাণকাৰী, ৰিপু নিবাৰি।
কৃপা কৰাঁ কিঙ্কৰে ভৱে নিস্তাৰি ॥৫৩ ॥

---

ৰাগ মেঘ—তাল একতালা।

কৰাঁ হে করুণা কৰাঁ হে মোক, তাৰাঁ হে অধমতাৰিণী।
বিষয়-খানত, পৰি প্ৰায় মৃত, হ'লো হে দুখনিবাৰিণী।

ঘোৰ মোহ-জালে,চকু আবৰিলে,দেখিছোঁ ঘোৰ আন্ধাৰ ই ধৰা
সুখ শান্তি নাই জীৱনত, ৰাখাঁ হে সন্তাপনাশিনী ॥ ৫৪ ॥

---

ৰাগিণী সিন্ধুড়া খাম্বাজ—তাল ঢিমে তেতাল।

দুখে যদি পাওঁ দেখা, দুখে থাকোঁ পৰি।
পাপ সুখ এৰি সকলো পাহৰি,
ধৰমৰ বাট লওঁ মই হৰি।
ভোল যেন হই, প্ৰেম-সুধা খাই,
থাকোঁ যেন সদা তয়ু মুখ চাই।
দীনে দয়া কৰি, দেখা দিয়াঁ হৰি,
মাতোঁ নাথ তোমাক কাকুতি কৰি ॥ ৫৫ ॥

---

ৰাগিণী ঝিঁঝিট—তাল একতালা।

হে নাথ, মোক আৰু নেৰিবা আৰু নেৰিবা।
নেপাহৰিবা আৰু হে সখা সংসাৰ বনে নেৰিবা ॥
তুমি মোৰ প্ৰাণনাথ হে—সদায় মনে ৰাখিবা।
এৰি নেযাবা অকলৈ মোক এৰি নেযাবা ॥
আৰু নেযাবা, জীৱন-সখা, আৰু নেযাবা।
আৰু হে সখা, সংসাৰ-বনে নেৰিবা ॥ ৫৬ ॥

---

সঙ্কীৰ্ত্তন।

প্ৰভুপদসেৱা সদা মন অবোধ কৰাঁ হে।
সুন্দৰ মুখ-পোহৰ যদি মন চাব খোজাঁ হে।

তেওঁৰ মুখ সুন্দৰ, হিয়াত উদিলে হে,
পাপ তাপ ভয় শোক দূৰে যায়,
( আনন্দে উধাও হই ) হিয়া বুৰে প্ৰেম-ৰসে হে।
দেখিলে তেওঁৰ মুখ সংসাৰ পাহৰে হে।
আনন্দত আহি, পৱিত্ৰতা হাঁহি
( পূৰ্ণ পৱিত্ৰতা ) ৰহে হিয়া আসন ওপৰে।
হৰিনাম জুয়ে ভাই পোৰোঁ পাপৰাশি হে,
হিয়া-ফুলনিত,ফুল অগণিত,
( শুৱলা সাজে ) ফুলি শুৱায় হিয়াক হে।
হৰিনাম গুণ অশেষ, হৰি হৰি বোলোঁ হে,
হৰিনামে ভাই, শিল পমি যায়,
( ভকতি হীন ) হিয়া বুৰে ভকতি-ৰসে।
ব্যাকুল মাতেৰে ভাই, মাতোঁ অবিৰাম হে,
শুৱাবহি আহি, হিয়াসনে ৰহি,
( ভাই পাপাটৈল ) হৰি অতি মৰমীয়াল হে
অনন্ত শকতি তেওঁ, অনন্ত মহান হে।
পাপী তাপী তৰে, শ্ৰীহৰি নামেৰে,
( প্ৰেমত বলীয়া হই ) বোলোঁ হৰি হৰি বোলোঁ হে ॥৫৭॥

---

ৰাগিণী বাহাৰ—তাল তেওৰা।

আজি স্বৰগ-সঙ্গীত, পশিছে কাণত,
মোহিলে হিয়াক হে।
শুনি সেই সঙ্গীত, হিয়া হ'ল বিতত,
আনন্দে ধমনী বহে বেগে হে।

বাকে প্ৰেম-সুধা আজি, সঙ্গীত মোহিনী
হিয়া বুৰিল প্ৰেম-ৰসে।
চিৰ জ্যোতি পাইছোঁ। আজি,
অজ্ঞান-জাল গুছিল হে।
তযু সুন্দৰ ৰূপ আজি প্ৰকাশিত,
প্ৰেম-ৰসে তিতা অন্তৰে।
আকুল পৰাণে খোজে আজি নাথ,
ৰাতি দিন সদা তব সঙ্গ হে॥ ৫৮॥



ৰাগিণী পিলু বাহাৰ—তাল যৎ।

তুমি হে অসীম যুজাৰু জানিলোঁ ইমান দিনে।
গোলোক ভূলোক একেভাৰে প্ৰভু ৰাখিছাঁ অধীনে॥
সুশিক্ষিত সেনাপতি, আছে হে বিবেক অতি,
নিমিষতে শত্ৰু কাটি আনে তোমাৰ চৰণে।
সাহ ধৈৰ্য্য ধৰ্ম্মবোৰ, শিক্ষিত সেনা তোমাৰ,
স্বৰ্গ-বজ্ৰ-হিলৈ দিহে পাপীৰ গাত সদায় হানে॥
কৰিলোঁ কিমান পাপ, সহিব নোৱাঁৰোঁ তাপ,
দিয়াঁ শাস্তি কিম্বা মাৰাঁ যিহকে ধৰে হে মনে॥৫৯॥



ৰাগিণী ঝিঁঝিট—একতালা।

গোৱাঁ গোৱাঁ গোৱাঁ সবে তেওঁৰ মহিমা-গান।
ৰঙ্গে পূৰ কৰি ভাই আজি সকলোৰে মন॥

ওথ হিমালয় তুমিও গোৱাঁ, সঘনে চকুদি প্ৰেমাশ্ৰু বোৱোৱাঁ
আনন্দসাগৰে হই বলীয়া, হৰি গুণ গান কৰাঁ হে ॥
সুনীল আকাশে হই হে উধাও, কৰাঁ বিহঙ্গম মহিমা বাও,
অসীম আকাশে তোলাঁ হে ঢউ, গাই মহিমা-নিৰঞ্জন ॥
সাগৰ পৰ্ব্বত নদ নদী বন, লোৱাঁ সকলোৱে তেওঁৰ নাম
জগত ব্ৰহ্মাণ্ড কৰাঁ নিমগন, অঠাই সাগৰে হৰিনাম ॥৬০॥

---

ৰাগিণী সাহানা—তাল ধামাৰ ।

যেতিয়া ভাহোঁ হে নাথ তোমাৰ অতুল ৰূপ-সাগৰে ।
পূৰ্ণ প্ৰেমে বলীয়া হওঁ নাথ মই পাপী ।
সংসাৰ প্ৰলোভনে, নিদিয়ে কাণ মনে,
হিয়া-আকাশে, পোহৰ পুণ্য-জোনে-বিৰাজে ॥ ৬১ ॥

---

শ্ৰীৰাগ—(আলাপ)

জয় ভকতৰঞ্জন, জয় দুখভঞ্জন
জগজন তাৰণ, জয় পাপহাৰী ॥
কলুষ নিবাৰী, জয় দেৱ হৰি ॥
জয় মোহখণ্ডন, দুৰ্জ্জন শমন, মধুসূদন, দৰ্পহাৰী ॥৬২॥

---

তুৰ্ক—একতালা ।

হৃদয়ৰ ধন, কঙ্গাল-শৰণ, দুখ বিমোচন হে ।
দিয়াঁ শুভমতি, কৰিছোঁ মিনতি, নাই আন ভিক্ষা হে ॥
সংসাৰ-জাৰণি,বাট কোন পিনে, নেদেখোঁ উপায় হে ।
সুপথ দেখাই, কু-আশা গুছাই কৰাঁ প্ৰভু ত্ৰাণ হে ॥

পাপ জুয়ে মোৰ, জ্বলে হিয়া মোৰ, পুণ্য-পানী দিয়াঁ হে।
জুৰাওঁ হৃদয়, প্ৰেম-ৰস খাই সুখে নাম গাওঁ হে ॥৬৩॥

---

একতালা।

অজ্ঞান অন্তৰ জপা নিৰন্তৰ,
হৰি হৰি নাম যতনে।
হৰি হৰি হৰি নাম নেৰিবা জীৱনে মৰণে।
ভাই নেৰিবা জীৱনে মৰণে ॥
সংসাৰ সাগৰ অপাৰ প্ৰায়, হৰি নাম ললে তৰিবা হেলায়,
হৰি হৰি হৰি ( বুলি ) কৰাঁ পাপক আঁতৰ।
এৰাঁ ভয় কৃতান্তৰ, হৰি সোঁৱৰাঁ অন্তৰ,
সদা শয়নে, ভোজনে, গমনে ॥ ৬৪ ॥

---

ৰাগিণী বাগেশ্ৰী—তাল আড়াঠেকা।

কি সুখত কি দুখত সকলো সময়ে মই,
তোমাৰ মহিমা দেখি থাকোঁ নাথ স্থিৰ হই।
"অসীম বিশ্বত নাথ, অসীম মহিমা"
—ঘাটি মানি যায় ভাবি মানুহ-কল্পনা।
সকলো জগতে তোমাৰে মহিমা গায় ॥ ৬৫ ॥

---

ৰাগিণী বাহাৰ—তাল কাৱালী।

হে মন কি কুবুদ্ধি তোৰ।
মোহে বুৰ গই, পাপ নদে মগ্ন হই
স্বৰ্গ-পিতাক পাহৰ।

পাপীৰ বোকা পানীত, বুৰ গই কিয় মৰ।
চকু মেল আজি, পূৰ্ণ পৱিত্ৰতা-খনি দৰ্শন কৰ।
ভৱসাগৰ-সাকোঁ তেওঁ, অবলম্বি হবি পাৰ ॥৬৬॥

——

ৰাগিণী বিভাস—তাল কাৱালী।

ধন্য তোমাৰ মহিমা, কোনে কৰিব বৰ্ণনা,
লাখ মুখে ঘাটি মানি যায়।
অলেখ পোহৰ তৰা, জোনাক কৰি ই ধৰা,
জোন, বেলি, গ্ৰহবোৰে কি মহিমা গায়?
অসীম আকাশে হায়, বুকে লাখ তৰা লই
অসীম মহিমা নাথ কেনেকৈ প্ৰচাৰে?
ক্ষুদ্ৰ ই মানব-প্ৰাণে, চাই থাকে থিৰ মনে,
সৰু হিয়া অসীমক ধৰিব নোৱাৰে॥
গুৰনী চৰাই বোৰে, গুৱলা শবদ কৰে,
শুনি প্ৰাণ উদাস যে হয়,
অনন্ত ভাৱে আহি, নাহে ভুমুকি মাৰেহি,
জীৱে আৰু “শান্তি সুখ” নাই॥
প্ৰেম-সূৰ্য্য স্বপ্ৰকাশ, হিয়াৰ আন্ধাৰ নাশ
কৰি দিয়ে অনন্তৰ ভাৱ।
আৰু অসীম বিশ্বত, মনে যে নেপায় তত,
অনন্তে মিলিব খোজে হই হে উধাও॥
সত্যৰ পোহৰ তুমি, প্ৰেমৰ আকৰ ভূমি,
মঙ্গলৰ তুমি মূলাধাৰ!

শান্তিহীন নাৰী নৰে, দয়া বৰষঁা অজস্ৰে,
তুমি হে নিঝৰা কৰুণাৰ ॥ ৬৭ ॥

——

ৰাগিণী খাম্বাজ—তাল একতালা।

পবিত্ৰ মনেৰে আজি সবে মিলি,
ভক্তি প্ৰীতিৰসে পূজোঁহোঁ মজি,
—বঢ়োৱঁা উদ্দেশ তৰু।
নাই জ্ঞান বুদ্ধি আমি মূঢ় অতি,
তব কৃপা বিনা নাই আন গতি,
কৰুণা বিতৰি দিয়াঁ শুভ মতি,
প্ৰণাম কৰিছোঁ তব চৰণে,
—বঢ়োৱঁা উদ্দেশ তৰু।
এই ভিক্ষা মাগোঁ কৃপাৰ সাগৰ
কৃপা-পানী দানে, গুচুৱঁা আমাৰ,
দুৰ্ম্মতি দুৰাশা সকলো, ঈশ্বৰ,
সদা শুভ কাজে থাকে যেন মন;
—বঢ়োৱঁা উদ্দেশ তৰু ॥ ৬৮ ॥

——

সঙ্কীৰ্ত্তন।

প্ৰভু দয়া কৰঁা দীনে হে।
কৰুণা তোমাৰ, অগাধ অপাৰ,
কোনে বৰণিব পাৰে হে?
অঠাই কৰুণাসাগৰে তোমাৰ
থোৱঁা মোক বুৰুৱাই হে।

পাপীৰ বোকা পানীত, বুৰ গই কিয় মৰ ।
চকু মেল আজি, পূৰ্ণ পৱিত্ৰতা-খনি দৰ্শন কৰ ।
ভৱসাগৰ-সাকোঁ তেওঁ, অবলম্বি হবি পাৰ ॥৬৩॥

——

ৰাগিণী বিভাস—তাল কাৱালী ।

ধন্য তোমাৰ মহিমা, কোনে কৰিব বৰ্ণনা,
লাখ মুখে ঘাটি মানি যায় ।
অলেখ পোহৰ তৰা, জোনাক কৰি ই ধৰা,
জোন, বেলি, গ্ৰহবোৰে কি মহিমা গায় ?
অসীম আকাশে হায়, বুকে লাখ তৰা লই
অসীম মহিমা নাথ কেনেকৈ প্ৰচাৰে ?
ক্ষুদ্ৰ ই মানৱ-প্ৰাণে, চাই থাকে থিৰ মনে,
সৰু হিয়া অসীমক ধৰিব নোৱাৰে ॥
গুৰনী চৰাই বোৰে, গুৱলা শবদ কৰে,
শুনি প্ৰাণ উদাস যে হয়,
অনন্ত ভাৱে আহি, লাহে ভুমুকি মাৰেহি,
জীৱে আৰু "শান্তি সুখ" নাই ॥
প্ৰেম-সূৰ্য্য স্বপ্ৰকাশ, হিয়াৰ আন্ধাৰ নাশ
কৰি দিয়ে অনন্তৰ ভাৱ ।
আৰু অসীম বিশ্বত, মনে যে নেপায় তত,
অনন্তে মিলিব খোজে হই হে উধাও ॥
সত্যৰ পোহৰ তুমি, প্ৰেমৰ আকৰ ভূমি,
মঙ্গলৰ তুমি মূলাধাৰ !

শান্তিহীন নাৰী নৰে, দয়া বৰষাঁ অজস্রে,
তুমি হে নিঝৰা করুণাৰ ॥ ৬৭ ॥

---

ৰাগিণী খাম্বাজ—তাল একতালা।

পৱিত্র মনেৰে আজি সবে মিলি,
ভক্তি প্রীতিৰসে পূজোঁহোঁ মজি,
—বড়োৰাঁ উদ্দেশ তরু।
নাই জ্ঞান বুদ্ধি আমি মূঢ় অতি,
তব কৃপা বিনা নাই আন গতি,
করুণা বিতৰি দিয়াঁ শুভ মতি,
প্রণাম কৰিছোঁ তব চৰণে,
—বড়োৰাঁ উদ্দেশ তরু।
এই ভিক্ষা মাগোঁ কৃপাৰ সাগৰ
কৃপা-পানী দানে গুচুৰাঁ আমাৰ,
দুৰ্ম্মতি দুৰাশা সকলো, ঈশ্বৰ,
সদা শুভ কাজে থাকে যেন মন ;
—বড়োৰাঁ উদ্দেশ তরু ॥ ৬৮ ॥

---

সঙ্কীর্ত্তন।

প্রভু দয়া কৰাঁ দীনে হে।
করুণা তোমাৰ, অগাধ অপাৰ,
কোনে বৰণিব পাৰে হে ?
অঠাই করুণাসাগৰে তোমাৰ
থোৰাঁ মোক বুকুৰাই হে।

পৱিত্ৰ প্ৰেমৰ উজল পোহৰ,
দিয়াঁ প্ৰভু পাপ মনে হে॥
বিবেক কাণেৰে শুনোঁ যেন সদা,
প্ৰকৃতিৰ বিভু গান হে।
বিশ্ব-মন্দিৰত, প্ৰেম-নিকুঞ্জত,
ভক্তি আসনত বহি হে।
চাম প্ৰাণ ভৰি, তোমাক শ্ৰীহৰি,
বিশ্বাস-ইন্দ্ৰিয়-চকুৰে।
চকুৰ আগত, ৰাখি তোমাক
হাঁহি নাচি গাম জয়।
কাণেৰে চুশুনা, হৃদয়ে নোপোৱা,
(হ'ম) আনন্দে মগন মই॥ ৬৯॥

---

ৰাগিণী বেহাগ—তাল আড়াঠেকা।

প্ৰাণৰ শ্ৰীহৰিক কিয় পাহৰাঁ মন?
কিয় মোহ এন্ধাৰে পৰি হলাঁ হতজ্ঞান!
কুবাসনাবোৰ এৰি, বোলোঁ যদি হৰি হৰি,
পাবা মোক্ষ ফল, হব পাপ তাপ লীন।
মৌ-সোৱাদ হৰিনাম, জপাঁ মন অবিৰাম,
যদি পাব খোজাঁ দেখা তেওঁৰ শ্ৰীচৰণ॥
সত্য ৰূপ পূৰ্ণজ্ঞানী, মহাশক্তি অন্তৰ্য্যামী,
শুভ্ৰ সচ্চিদানন্দ অনন্ত মহান॥
দৰশনে পাপ লীন, পৰশনে মোহ হীন,
হবা তুমি সদা লোৱাঁ সেই নাম মন॥ ৭০॥

---

ৰাগিণী সিন্ধু বিজয়—তাল তেৰবা।

থিৰ মনে মন, গোৱাঁ হৰিনাম,
জগতৰ পিতা আদি কাৰণ পূৰ্ণ সত্যময়।
ওপৰে আকাশ, নীল যুগমীয়া,
তলত বহল পৃথিবী।
তাৰ মাজে বহি, গোৱাঁ নাম হৰি,
ভক্তি প্ৰেম-ৰসে তিতি।
শোক বেজাৰ, পাপ নিলগিব
বিমল আনন্দ লভিবা।
হিয়াৰ মাজত, শান্তি জুৰ ৰ'দে
পোহৰি বিলাব সুখ-ছাঁ।
বসন্তৰ আগমে, ই পৃথিবীৰ যেনে,
হয় ন জীৱনৰ সঞ্চাৰ,
তেনেকৈ হিয়াত, সুবৃত্তি সকলে,
ফুলি প্ৰচাৰিব মহিমা তেওঁৰ ॥ ৭১ ॥

——

ৰাগিণী আসবাৰি টোড়ী—তাল তেওট।

দিন যে গুচি যায় প্ৰভু মিছা।
কাতৰে কান্দে হিয়া।
আয়ুৰ মোৰ নাথ, টুটিছে সঘনে,
শান্তি যে নেপাওঁ পৰাণে।
কত দিন প্ৰভু চাম আশা-বাট।
দিয়াঁ হে প্ৰেম অমীয়া ॥

প্ৰভু হে কি কৰোঁ মই, মিছা সংসাৰে,
নিয়াঁ মোক হে স্বৰগধামে ॥ ৭২ ॥

——

ৰাগিণী খাম্বাজ—চৌতাল ॥

গোৱাঁ হে হৰিনাম, তেওঁ হে প্ৰাণাৰাম, থই এৰি আন
কাম, মুকলি মনে সদা গোৱাঁ ॥
কৃপা তেওঁৰ অঠাই সাগৰ, নাই তাৰ ইপাৰ সিপাৰ,
হই অতি অজ্ঞান নৰ, কিয় সেই নাম নোলোৱা।
কোলা পাতি মাতিছে আমাক, জুৰাওঁ গই পাপ-হিয়াক,
মধুৰ হাত বঢ়াই কইছে, মোত শৰণ লোৱাঁ।
আহাঁ ভাই যাওঁ সবে, ভক্তি ফুল লই হৃদে,
প্ৰেম-ৰসে বুৰ গই দয়াময় নাম লোৱাঁ ॥ ৭৩ ॥

——

বেহাগ—আড়া।

প্ৰভু হে পাপীতাৰণ, আছোঁ প্ৰভু বহু দিন পাপে নিমগন।
অসাৰ সংসাৰ-ডোলে, পাপী-প্ৰাণে বান্ধ খালে,
মুগ্ধ সংসাৰৰ জালে, আছোঁ হই অচেতন ॥
কত প্ৰভু মহাপাপ, আচৰিছোঁ বহুকাল,
কৰাঁ প্ৰভু পৰিত্ৰাণ, সি পাপ কৰাঁ খণ্ডন ॥
বাঢ়ে যেন শুভ মতি, তব পদে বহে ৰতি,
ই দাসৰ এই মিনতি, কৰাঁ হে প্ৰভু পূৰণ ॥ ৭৪ ॥

——

ৰাগিণী ঝিঁঝিট—তাল একতালা।

দূৰে বহুদূৰে, স্বৰগ মাজে; প্ৰেমৰ মধুৰ মুৰলী বাজে।
সেই প্ৰেমৰ বীণৰ মাতে, নাচিছে সাধুজনে হে॥
নাচিছে পৰাণ, প্ৰেমৰ ৰবে, জুৰাইছে মন শান্তিৰ বাৰে,
পাপ তাপ সব দূৰে যাবে, মোহন বীণৰ তানে হে॥
উঠা নৰনাৰী উঠা হে সবে, প্ৰেমৰ ৰাজ্য থাপাঁহে ভবে,
সবেও জাগোক প্ৰেমৰ ৰবে, বুকুক বিমল প্ৰেমেহে॥১৫॥

---

ৰাগিণী বেহাগ—তাল আড়া।

দুখৰ সংসাৰে হায়! শান্তি কিয় খোজাঁ মন?
এই যে সংসাৰধাম, নোহে জুৰাবৰ স্থান,
অশান্তিৰে পৰিপূৰ্ণ সঁচা শান্তি নাই।
সংসাৰ-জাৱনি মাজে—শান্তি কত কোৱাঁ॥
অমৃত সাগৰে যোৱাঁ, যাব তাপ পাবা শান্তি,
বিমল আনন্দ পাবা সেই মুখ চাই॥ ১৬॥

---

কীৰ্ত্তন।

ইকি শুনো আজি হে?
উঠিছে চাৰিউদিশে হৰিনাম ধ্বনি,
হৰিনাম বাজে আৰু একো নুশুনি।
আনন্দত নাচে আজি সকলো পৰাণী,
শোক দুখ সকলোকে পাহৰিলে হে আজি।
নাচিছে সকলে আজি ভক্তি সাজে সাজি।

নকলো বলীয়া প্রেম-সুৰা পান কৰি।
নাই জ্ঞান বুদ্ধি হে।
হৃদয় হইছে পূৰ প্ৰভুৰ ৰূপে,
হৰি হৰি হৰি বাজে আকাশ মাজে।
শুনি সি শব্দ পাপ দূৰে গল গুচি,
দূৰে সুদূৰে হে ॥ ৭৭ ॥

---

লক্ষৌ-ঠুংৰি।

হে প্ৰভু ঈশ্বৰ আশ্ৰয় পাপীৰ,
দিয়াঁ শান্তি-কণা, কৰি পাপ দূৰ।
পাপ জুইয়ে মন, দহিছে পৰাণ,
কৰাঁ চেঁচা প্ৰভু, কৰি শান্তি দান।
পতিতপাৱন, ই পাতকী জন,
মাতিছে তোমাক হই হে কাতৰ,
হাত যোৰ কৰি, দাঁতে তৃণ ধৰি,
ৰক্ষা কৰাঁ হৰি, সাগৰে দুখৰ ॥ ৭৮ ॥

---

ভৈৰৱী খাম্বাজ—কাৱালী।

স্বামী পুত্ৰ কোন তব মায়াৰ সংসাৰে!
তুমি কোন, কিয় ভাবা ইমান অন্তৰে ॥
ধন জন যৌবন নকৰাঁ অহঙ্কাৰ।
নিমিষে নিঠুৰ কালে শেহ কৰে তাৰ ॥

সংসাৰ মায়াৰ জাল নিশাৰ সপোন,
ভাবি যোগ দিয়াঁ ব্ৰহ্ম-চৰণত মন ॥
পদুম পাতৰ পানী অথিৰ তৰল।
মানৱ জীৱনো হায় সদায় চঞ্চল ॥
মৃত্যু আছে কেশে ধৰি, ভাবি সদা মন।
পূৰ্ণ ব্ৰহ্ম সত্য ৰূপে হোৱাঁ হে মগন ॥
কাম ক্ৰোধ লোভ মোহ দিয়াঁ বিসৰ্জ্জন।
নিজক বিচাৰি চোৱাঁ ভাই তুমি কোন ?
লৰা, আছা বিভোৰ সদায় ধেমালীত।
ডেকা, গাভৰুক লই মগন প্ৰেমত ॥
বুঢ়া, এলেহুৱা আছাঁ চিন্তাত মগন।
পৰম ব্ৰহ্মত ভাই কোন নো লগন ? 
নিশা দিন ৰাতিপূৱা সন্ধিয়া সময়।
মধুৰ বসন্তকাল আহে আৰু যায়।
কালৰ গতিৰ লগে সদা টুটে আয়ু।
তেওতো নেযায় হায়! কুট আশা বায়ু ॥ ৭৯ ॥

——

ৰাগিণী ঝিঁঝিট—তাল কাৱালী।

চোৱাঁহে চোৱাঁ চকু মেলি নাথ, গুছুৱাঁ সন্তাপ।
মহা পাপী, অপৰাধী মই হে অনাথ, ॥
এই পৃথিবীৰ মাজে, কোন আছে তোমা বাজে,
যি আহে হিয়া-সৰোজে মোৰ বিপদত ॥

প্ৰভু তোমাৰ কাৰণে, কান্দিছে ই হিয়া ঘনে
অতি শোকাকুল মনে, ব্যাকুল মাতত ॥
মুঠতে এবাৰ মই, চাম হেপাহ পলাই,
ধৰিম সাবটি প্ৰভু মই হে তোমাক ॥
শকত প্ৰেম-ফইৰে, বান্ধিম তোমাক "জোৰে,"
পাৰাঁ যদি যাবা প্ৰভু,—মজিম তোমাত ॥ ৮০ ॥

---

ৰাগিণী মিশ্ৰ মল্লাৰ—তাল ৰূপক ।

বতাহ বলিছে জুৰ, লাহে লাহে ।
বুকুত প্ৰভু তোমাৰ প্ৰেম হে ॥
পাপ তাপ গল উড়ি তাৰ লগে,
মন আজি গ'ল সুখে তল ॥
আকুল মাতেৰে গাইছে গান,
চাই আছে তব মুখ-পদ্মফুল ॥
পাপ-চিয়ঁৰণি, ই দুখৰ পোৰনি,
গ'ল মাৰ আজি প্ৰভু হিয়াতে ।
অসীম আকাশে, হলোঁ উধাও হে,
বিষয় চিন্তা পাহৰি সবাকে ॥
ই ঠেক পৃথিবীক, এন্ধাৰে আবৰিলে,
এন্ধাৰত মন নেথাকে আৰু ॥
ভোল হলোঁ মই জ্ঞান বুদ্ধি নাই,
পাই তোমাৰ সেই প্ৰেম চাৰু ॥ ৮১ ॥

---

কাফি—চৌতাল।

বহাঁ হে দুখীয়াৰ নাথ, হৃদয়-আসনে।
দিয়াঁ সত্য পোহৰ এন্ধাৰ মনে।
—পূজোঁ মই ভক্তি-প্ৰেম-ফুলে।
প্ৰীতি-পানী দিওঁ ৰাকি চৰণে।
হৃদয়-বীণৰ মাত উঠক আজি সঘনে।
আনন্দঘন বিভু, তুমি মোৰ স্বামী,
সদা থাকাঁ হিয়া আসনত হে ॥ ৮২ ॥

—

ৰাগণী হামীৰ—তাল ধামাল।

আজি সবে গোৱাঁ ৰঙ্গেৰে, মহিমা মুকলি মনেৰে,
হক জীৱন সফল।
পৱিত্ৰ হৃদয়ে বলাঁ যাওঁ অমৃত দুৱাৰে,
কত সুখ পাম হে ॥
বিমল জোনাক, স্নিগধ কোমল,
হিয়াকাশে জোন দৰে শৰতৰ,
সেই প্ৰেম-শশী উদি, বৰষিব প্ৰেম-সুধা হৃদয়াধাৰে ॥৮৩॥

—

সঙ্কীৰ্ত্তন।

বলাঁ ভাই সবে মিলি যাওঁ সেই পিতাৰ ভবনে।
শুনেছোঁ ভাই তেওঁৰ পৰম দয়া পাপী তাপী কঙ্গাল জনে॥

গুণাধাৰ যিশু খৃষ্টে, কৰিছিল বিনা কষ্টে,
আপোনাক বিদ্ধ মহা শত্ৰুৰ ক্ৰুছত ॥
যি বাঁহীৰ মাত শুনি, বুদ্ধ দেৱ মহামুনি,
এৰি ভাৰ্য্যা, পিতা, সুত, সোমাল বনত ॥
যি বাঁহী শবদে সেই, পাপী জগাই মাধাই,
বান্ধিলে শকত কৰি হিয়া ধৰমত ॥৮৮॥

---

সঙ্কীৰ্ত্তন।

সদায় হৰি হৰি হৰি বুলি মাতচোন অ' মোৰ মন।
হ'ব শীতল শৰীৰমন, সেই অমৃত কৰিলে পান ॥
তেওঁৰ নামতে ভোল হই থাক, ৰাতি দিন জপিবি আৰু
নেভাবিবি কাক, তেওঁৰ নাম গাই মৰি গ'লেও
হ'ব সফল জীৱন ॥
যেতিয়া যমে আহি বান্ধিব অ' তোক।
কত ৰব তোৰ ঘৰদুৱাৰ, ক'ত ৰ'ব তোৰ সুখ?
আই বোপায়ে বিদায় দিব অ 'সহায় মাথোন
সেই চৰণ ॥৮৯॥

---

ৰামপ্ৰসাদী সুৰ।

মন কিয় ভোল হই থাকিলি মিছা মায়াত?
বন্ধা থাকি পিতাৰ চেনেহ পেলাই দিলি ॥
সুখৰ লোভত ঘূৰি ঘূৰি ইমান দিন কত ফুৰিলি।
এতিয়া অনন্ত সুখ ভুঞ্জিবলৈ পুৰুষাৰ্থ নকৰিলি ॥

আশাৰ কথাত পৰি থাকি জীৱন তোৰ কটাই দিলি।
এতিয়া বিষয় ভাৱনা এৰি থই মন গা তেওঁৰ গুণৰাশি।
গোটেই শৰীৰ ঢাকি পেলা দি প্ৰেমৰ ছাই,
ভক্তি-ফুলে সদায় পূজ তেওঁৰ চৰণ দুখানি ॥৯০॥

---

হিন্দি স্তৱ।

ধৰ্ম্ম-নই পাৰে কৰোঁ হে বিচৰণ।
বিষয় ভাৱনা সকলো এৰি হোৱাঁ ব্ৰহ্মপদে মগন ॥
সন্তাপ সকলো এৰি দিয়াঁ ভাই, হৰিনাম জপাঁ অবিৰাম।
অসাৰ সংসাৰে, হৰিনাম সাৰ,—সকলো নিশাৰ সপোন।
ধন জন মান, নহয় আপোন।
কাতো নাই পতিয়ন ॥৯১॥

---

পাহাড়ী—আড়া।

কি ধন আমাৰ আছে, কঙ্গাল আমি হে।
ধনৱন্ত মনে ভাবি আছিলোঁ ইয়াত হে ॥
নাই মোৰ ধৰ্ম্মবল, কি কৰিম পথ-সম্বল,
সদায় চকুত লোঁ, নেদেখোঁ উপায় হে ॥
ডেকা কালে নেসাচিলোঁ, যি পালোঁ উড়াই দিলোঁ,
এতিয়া যে বুঢ়া হলোঁ কি কৰোঁ উপায় হে।
মোহ মায়াত ভোল হই,নেভাবিলোঁ তোমাক হায়,
পুণ্য-ধন অভাবী হ'ই সদায় এন্ধাৰে।
জীৱ-বেলি মাৰ গ'লে, চকু দুটি মুদ খালে,
স্থান দিবা চৰণ তলে, ললোঁ মই শৰণ হে ॥৯২॥

---

ৰাগ সুহাই—একতালা।

জয় জয় দয়াল মুৰাৰি।
বাৰ্থা ভৱসাগৰে তাৰি ॥ ধ্ৰু ॥
প্ৰভু হৰি দুখিত বৎসল, ভকতৰ পৰম সম্বল।
দুৰ্ব্বলীৰ একমাত্ৰ বল, দুৰ্জ্জনৰ দমনৰ স্থল ॥
সুৰাসুৰ তপস্বীসকল, চিন্তে নিতে চৰণ কমল ॥
বিষয়ত হই হে পাগল, ভুঞ্জিলোঁ হে মধুৰ গৰল ॥
নেজানিলোঁ কাৰ কিনো ফল, ভৱসাগৰত গ'লোঁ তল ॥
ভয়ে এবে হইলোঁ বিহ্বল, তাৰাঁ দিহে চৰণ কমল ॥৯৩॥

——

সিন্ধু খাম্বাজ—যৎ।

জীৱন-তৰি ভাসিল হে আজি মোৰ সংসাৰ সাগৰ মাজে।
উঠিছে আকাশে মেঘ চোৰাঁ ঘন ঘন ঘন গাজে ॥
গুৰীয়াল বিবেক ক্ষীণ, নাৱৰীয়াৰ সাহ কম,
ধৰ্ম্মৰ পাল ছিগি গই নাও বুৰে সাগৰৰ মাজে ॥
ভকতি ভাপ ঢুকাল, নাই বিশ্বাস এঙ্গাৰ,
পাপ-পানী জোলোকে উঠি বুৰাইছে নাও সাগৰৰ মাজে ॥
মাজে বহি হৃদয়ৰ, হোৱাঁ তুমি কৰ্ণধাৰ,
চলোৱা জীৱন-তৰী, সকলো ভয় পলাওক লাজে ॥৯৪॥

——

বাগেশ্ৰী—আড়াঠেকা।

কলৈ গলাঁ দীননাথ, অধমক এৰি।
আন্ধাৰ সংসাৰে আনি মাজতে লুকালাঁ হৰি ॥

নাজানো নিচিনো বাট, নিজম হুগুনো মাত,
দীনবন্ধু বলাঁ ক'ত ?—বিপদে এৰি ।
দশোদিশ যে আন্ধাৰ, কেনেকৈ হ'ম হে পাৰ,
সংসাৰ-সাগৰ ঘোৰ, লৈ ভগ্ন তৰী ।
অকিঞ্চন নাই মোৰ, সংসাৰৰ মাজে ঘোৰ,
তুমি মুঠে আশা মোৰ ।—তাৰাঁ হে হৰি ॥৯৫॥

---

ৰাগিণী কুকভ—তাল ঠুংৰি ।
তোমা বাজে প্ৰভু মোৰ কোনো নাই ।
—সংসাৰে নাই আই বোপাই ॥
তুমি পিতা মাতা ভাই বন্ধু ।
তুমি সহায় দয়াসিন্ধু ॥
নিশা থাকোঁ শুই মই হে ।
তুমি ৰহি দিয়াঁ পৰ হে ॥
বিপদে চকু-লো দিয়াঁ টুকি,
ই পাপ হিয়াক কৰাঁ শুচি ॥
কিবা বেয়া কাজ আচৰিলে ।
ডাবি দিয়াঁ মোক স্নেহভৰে ॥
মই প্ৰভু মহা সুখী, চেঁচা হিয়া তব মুখ দেখি ॥৯৬॥

---

চোৱা দয়াময় চকু মেলি ।
দিয়াঁ দেখা দীনৰ সখা ।
(মই)—পাপে তাপে অতি দুৰ্ব্বলী ॥

নেজানো নাথ মাতিব, নেজানো নাথ হে কান্দিব,
মই হবি পাপাচাৰী, পাপতাপে মৰিলোঁ সমূলি ॥৯৭॥

—–

সংসাৰ-জালত আৰু নবহে মন নবহে।
পাপৰ মিঠা মাতত মনে কাণ নিদিয়ে ॥
তোমাৰ সুন্দৰ, পৱিত্ৰ প্ৰেমৰ, ৰসে আজি মন বুৰি হে।
পাহৰিলে সংসাৰৰ শোক তাপ দুখ আদি হে ॥
ব্যাকুল পৰাণে,খুজিছে তোমাৰ,মিলন—অনন্ত মিলন হে
তোমাৰ বহল বুকুত মোৰ ক্ষুদ্ৰ প্ৰেম বাকি দিলোঁ হে ॥
সাগৰ-বুকত, নই পানী দৰে,
মই যেন মিলোঁ তোমাতে ॥ ৯৮ ॥

——

খাম্বাজ—একতালা।

আজি শুভ দিনে, ব্যাকুল পৰাণে,
মাতোঁ দয়াময়, উলাহ মনেৰে।
প্ৰীতি-গছ হন্তে ভক্তি-ফুল ছিঙি।
দিওঁ উপহাৰ সকলোৱে মিলি ॥
হৰিনাম তৰী সংসাৰ সাগৰে,
মাতোঁ আজি সবে ব্যাকুল মাতেৰে,
গই বুৰ হেৰোঁ ভক্তিপ্ৰেম-ৰসে ॥
লভিম সুন্দৰ সত্য-জ্ঞান-পোহৰ।
হ'ম হে মুকলি মোহৰ ফান্দৰ ॥ ৯৯ ॥

—–

খাম্বাজ—কাৱালী।

বিপদ ভয় দুখ নিবাৰি, দেখা দি তাৰাঁ প্ৰভু মহাদেৱ,
সংসাৰ সাগৰৰ নেদেখি পাৰ, বিবুদ্ধি হইছোঁ হে দীনবন্ধু,
অকিঞ্চন দিয়াঁহে দয়া কৰি ॥ ১০০ ॥

---

কাফি—ঝাঁপতাল।

এই জগতত পিতা তুমিয়েহে সাৰ।
তোমা বিনা জীৱহীন নিখিল সংসাৰ ॥
—দয়াৰ সাগৰ।
জোন, বেলি, তৰা বায়ু সৃজন তোমাৰ।
একমেবাদ্বিতীয়ম্ নিত্য নিৰ্ব্বিকাৰ ॥
তোমাৰ তুলনা দিয়ে সাধ্য এনে কাৰ ॥
ৰচনা যাৰ বিশ্ব, অন্তহীন হে মহান।
দীন দয়াল প্ৰভু কৃপাময় সৰ্ব্বেশ্বৰ।
আনন্দধাম তুল্য কৰাঁ প্ৰভু সংসাৰ ॥ ১০১ ॥

---

সঙ্কীৰ্ত্তন।

জয় জয় জয় ভগৱান।
নাম স্মৰিলে পাপ গুছে, জয় ভগৱান।
সেই নামৰ গুণে পাপীজনে পায় পৰিত্ৰাণ ॥
অধম পাপী তাপী হেৰাঁ বোলাঁ ভগৱান।
উচ্চাৰিহে হৰিনাম, হোৱাঁ বলীয়ান ॥

এই হৰিনামে দুখ বিনাশে—জয় ভগৱান।
শতমুখে গোৱাঁ সবে মধুৰ হৰিনাম ॥ ১০২ ॥

——

ৰাগিণী খাম্বাজ—তাল চৌতাল।

লোৱাঁহে প্ৰভুৰ নাম, বিশ্বপূৰ্ণ যাৰ প্ৰেম,
ধীৰে যাৰ প্ৰেমগান হয় প্ৰচাৰিত জগতে।
শত বিশ্বে যাৰ দয়া প্ৰকাশে, শতেক চন্দ্ৰে মহিমা বিঘোষে,
যাৰ প্ৰেমৰ নামৰ ত্ৰাসে, পাপ তাপ যাবে দূৰে॥
ভক্ত-হৃদয় অধিকাৰী, পাষণ্ড দমন হৰি,
পাই যাৰ পদ-তৰী, অপাৰ সংসাৰ তৰে॥
যাৰ ৰূপ জ্যোতিৰ্ম্ময়, তেজ পূৰ্ণ কৰুণাময়,
সেই জনক সঁপি হৃদয় ব'লাঁ ভৱসিন্ধু পাৰে ॥ ১০৩॥

——

খাম্বাজ ভৈৰবী—যৎ।

বিৰাট ভীষণ মূৰতি ধৰি, দিয়াঁ প্ৰভু আজি প্ৰেমৰ বাৰি,
জুৰোৱাঁ পৰাণ, পাপৰ ভীষণ, মূৰতি দূৰ কৰি॥
প্ৰচণ্ড প্ৰতাপে কৰাঁ শাসন, যতেক পুণ্যৰ অৰি ॥
জন্ম দিন ধৰি, কত পাপ কৰি, ভুগিছে হৃদয়ে হৰি ॥১০৪॥

——

বিভাস—ঝাঁপতাল।

জয় জয় জগদীশ, জয় প্ৰভু পৰমেশ, জয় প্ৰভু প্ৰেমৰ আকৰ,
অনন্ত সুখৰ মূল, আকৰ হে মঙ্গলৰ, জয় প্ৰভু নিত্য, নিৰ্ব্বিকাৰ।
বহুগুণ শোভাযুত,নাথ তব অতি পূত, অব্যক্ত হে মহিমা অপাৰ॥

ফুলে প্ৰকাশয় শোভা, তব অতি মনোলোভা, ভকতৰ মন
প্ৰাণ হৰে ॥
বসন্তৰ কুহুস্বৰে, তযু গুণগান কৰে, জলদের গায় উচ্চস্বৰে ॥
অব্যক্ত ভাৱৰ সোঁতে পৰি প্ৰাণেমনে মাতে, আনন্দত
হৃদয় উল্লাসে।
অদম্য উছাহে বেগে, চকু-লো উছলি আহে,
পৱিত্ৰ অমূল্য একে ধাৱে ॥
জয় প্ৰভু দয়াময়, পাপীজনৰ আশ্ৰয়, তুমি
প্ৰভু মঙ্গল আলয়।
দিয়াঁ জ্ঞান দিয়া প্ৰেম, দিয়াঁ ভক্তি দিয়াঁ শম,
দিয়াঁ দিয়াঁ বিপদে আশ্ৰয় ॥ ১০৫ ॥

---

ললিত—আড়া।

সংসাৰ বিপদে পৰি, মাতিছোঁ হে ভগৱান।
শিৱ সেই পদ-তৰী দান কৰি কৰাঁ ত্ৰাণ ॥
পূৰ্ব্বৰ কালত নাথ, দান কৰি দয়াকত, মহাভক্ত প্ৰহ্লাদক
তাৰিলাঁ পাপহৰণ ॥
পৃথিবী স্বৰগ হয়, পাপ শোক দূৰে যায়,
ঘৃণদ্বেষ লয় পায়, তযু নামে দিলে মন ॥ ১০৬ ॥

---

ৰাগ আশোৱাৰি।

জয় প্ৰভু হে শিৱ, শিৱদাতা সৰ্ব্ববিধাতা।
নিৰ্ব্বিকাৰ, নিৰঞ্জন, জয় প্ৰভু ভগৱান,
স্মৰণে হয় হে ত্ৰাণ, জয় প্ৰভু ফল মুক্তিদাতা।

পদ॥ জগতৰ জীৱন প্ৰভু জনাৰ্দ্দন, পাষণ্ড দলনকাৰী।
সদানন্দ জীৱগণৰ আনন্দ, ভকত জীৱন দুখহাৰী॥
মানবসকলে সদা কাল পূজিছে ভকতিৰে পাপ নিবাৰি।
ভকতি,মুকুতি ত্ৰাণ,সৰ্ব্বশক্তিমান,কৰঁা-দান প্ৰভু পদতৰী॥
॥১০৭॥

---

ৰাগ—শ্ৰী।

প্ৰভো কি গতি হ'ব হে। নাথ কি গতি হ'ব হে।
পিতা তযু পদতৰী বিনা মৰোঁ হে॥ পদ॥ এই
সংসাৰৰ মজে, অলেখ পাপ বিৰাজে, কত নৰে
তাতে পৰি মৰে। পৰি পাপৰ সাগৰে, দুৰ্ভগীয়া
নাৰীনৰে, সহায় বিহীন হই পৰে॥
তোমাৰ কৃপাৰ বলে, কৃপা-পদ-তৰী-পালে,
নৰে তৰে বিপদে হেলায়। বিনা কৃপা-পদতৰী,
কত দুৰ্ভগায়া পৰি, মগ্ন হই প্ৰাণ হেৰুৱায়॥
দিয়াঁ প্ৰভু সন্তাপিত, নৰ নাৰী আছে যত,
সকলোকে সি অভয়পদ।
সি পদৰ সহায়েৰে, উলাহ ৰঙ্গ মনেৰে, তৰে
ভৱ-সংসাৰ বিপদ॥১০৮॥

---

ৰাগ বৰাড়ী।

সৰ্ব্বভূত স্থিত, সবাৰো বিধাতা, তুমি হে অকলে হৰি।
তব কৃপা বিনে, নোৱাৰে মানৱে, যাব ভৱ-ভয় তৰি॥
॥ পদ ॥
হৰিৰ নামৰ ৰসৰ নদীটী, হৃদয় তলেদি বহে।
ভকতি-পদুম প্ৰেমৰ সোঁতত, হালিজালি তাতে ভাহে॥
হৃদয় বিয়াপি প্ৰেমৰ মহিমা, হৃদয় ভেদিও পায়।
সি সোঁতৰ আগে যত মহা পাপে, শক্তিহীন হই যায়॥
প্ৰেমত মজি, কত পাপীজনে, হৃদয় তাতে ভসাই,
প্ৰেম-সাঁতে গই, ভীষণ শবদে অন্তত সি পদ পায়॥১০৯॥

---

ৰাগ কামোদ।

[illegible] সংসাৰত তুমিহে সাৰ, তোমা বিনা নাই নাই উদ্ধাৰ।
॥ পদ ॥
কীট পতঙ্গম সকলো জীৱ, তোমাৰ অংশ হে সদাশিৱ।
যতেক মায়া যতেক কায়া, সকলো হে প্ৰভু তোমাৰে ছায়া।
তোমাতে স্থিতি তোমাতে লয়, উতপতি প্ৰলয় তোমাতে হয়।
জগত জীৱন জগত প্ৰাণ, তুমিহে প্ৰভু তেজ জ্ঞান।
তোমা বিনা নাই নাই আন, নমো নমস্তে হে ভগৱান॥ ১১০॥

---

ৰাগ তুৰ বসন্ত।

দিয়াঁ প্ৰভু দেখা দিয়াঁ আজি অকিঞ্চন হে দিয়াঁ দেখা দীনহীনে।
অনুতাপে প্ৰভু সদা দহিছে অন্তৰ হে,কৰাঁ জুৰ প্ৰেম-পানী দানে॥

॥ পদ ॥ কতশত মহাপাপ আচৰিলোঁ প্ৰভু, সি সবৰ স্মৰণে মনত
দুখ পাওঁ।
মহপাপে ভীষণ কৰাল মুখ মেলি, দেখুৱায় ভয় যেবে,
তেতিয়া সমূলী নেথাকে মনত জ্ঞান ॥ ১১১ ॥

---

ৰাগিণী ছায়ানট—তাল ঝাঁপতাল।

গভীৰ প্ৰেমে নিমগন, কৰাঁ হে মোৰ মন, পাহৰোঁ হে যাতনা।
শান্তি শান্তি বুলি সদা, মিছা চিয়ঁৰি ফুৰিছোঁ, মিছা বিড়ম্বনা ॥
নেলাগে একোকে, ধন জনে, সকলো যে যাতনা।
সকলো অসাৰ তুমি সাৰ, প্ৰেম কৰে মনে কামনা ॥
যি মন সদা মগন, তোমাৰ প্ৰেমে অতুলন,
একোকে কৰি, পাপ অৰি, নোৱাৰে দিব যাতনা ॥
বুকৰাঁহে দাসে, প্ৰেমৰসে, ভক্তি-মৌ দিয়াঁ ৰসনা।
লোৰাঁহে তনু হৃদয় মন, গুচুৱাঁ কুবাসনা ॥ ১১২ ॥

---

ভজন ঠুংৰি।

চোৱাঁ প্ৰকৃতিৰ শৰীৰ মাজত কেনে মনোহৰ গঢ়।
হাতত লই নিজৰ অনুপম তুলি আঁকিছা কেনে মনোহৰ।
আকাশে ৰাখিছা দেৱতা ভাস্কৰ কৰিবলই পোহৰ।
পৃথিবীত থলা মহাসাগৰ সৃজি, কৰিবলৈ পিয়াহ দূৰ।
চপৰা চপৰি মেঘবিলাক আনি ৰাখিছা কেনে থৰে থৰ।
পৰ্ব্বতেৰে বেড়ি ৰাখিছা পৃথিবী কৰি বিচিত্ৰ শকত গড়।
নৱ দ্বাৰ কৰি অপূৰ্ব্ব কৌশলে এক সাজিছা কাৰেং ঘৰ।

আত্মা ৰূপে তাত বহি আছা সদা পাপ চকু নেদেখে আমাৰ।
এতিয়াৰ পৰা ভক্তি ফুলেৰে পূজোঁ যেন চৰণ তোমাৰ ॥১১৩॥

---

কীৰ্ত্তন তিওট।

ক'ত ৰ'লা প্ৰাণৰ হৰি, প্ৰাণ মন হৰি।
এতিয়া কি কৰোঁ ক'লৈ যাওঁ কেনেকৈ তোমাক পাওঁ
মাছ জীয়ে কি জলাশয় এৰি ?
( ঠেলা )
কলৈ গ'লা বুলি হিয়া কান্দে ( হে নাথ হে নাথকৈ )
( স্বৰ্গীয় প্ৰেমে আকুল হই—আবেশে বিভোৰ হই )
যাকে দেখে তাকেই শোধে—ক চৰাই চিৰ্কতি
কৰিছোঁ মিনতি, ক'ত আছে প্ৰাণপতি (নেদেখিলে জীৱন যায়)॥
( দশকুশি )
…ত হে হৃদয় মোৰ, হৃদয়বল্লভ চোৰ, কৰিছ ছল কৰি চুৰি।
…াই তোমাৰ প্ৰেমে, বলীয়া কৰিলা, প্ৰাণে দেখাই বিলাস
মাধুৰী।
একো নাহি কহি গৈল, সকলো বিনষ্ট ভৈল এইটো নে সখিৰ ধৰম ?
নুফুলোঁতে প্ৰেম-কলি, সখি গলা থই এৰি, নুবুজিলোঁ প্ৰেমৰ মৰম॥
॥১১৪॥

---

ভৈৰবী—যৎ।

উঠা ভাই এৰি এলাহ টোপনি।
দূৰ কৰি দিয়াঁ ভাৱনা-হানি ॥

চোৱাঁ চকু মেলি, নাই দুখ একো, ভাই পুৱাল দুখ-ৰজনী ॥
"সন্তান সকল গা মোৰ নাম, এৰি সংসাৰ জাৱনি"
—পৰম পিতাই মাতিছে আমাক, যেন মেঘগম্ভীৰ-গাজনি ॥
এক মনে শুনঁা সবে সেই পৰমেশ মধুৰ-বাণী ।
—"গালে মোৰ নাম পাবি পৰিত্ৰাণ, পাবি সংসাৰে সবে তৰণী ॥" ॥১১৫॥

---

ৰাগিণী বিভাস—তাল একতালা ।

নমো দয়াময় পতিতপাৱন, পাপীগণ তাৰণ ।
অতুল কৃপা, বিতৰিছাঁ নাথ প্ৰাণীগণে দিয়া জীৱন ॥
( তুমি দীন দয়াল দয়াশীল হে )
পূজোঁ কৃতজ্ঞ হৃদয়ে, আজি নিৰ্ভয়ে অভয় যুগল চৰণ ।
জীৱৰ জীৱন, নাথ নাৰায়ণ, জগত জনৰ আশ্ৰয় ॥
( এবাৰ দিয়াঁ প্ৰভু প্ৰেম-পোহৰ )
তুমি অগতিৰ গতি, ভকতি মুকুতি,
চিন্তা, শোক নিবাৰণ ॥১১৬॥

---

ইমন্ বেহাগ—একতালা ।

কিয় হে ভাই এই জীৱন কটোৱাঁ হায় পাপ কামে !
অতি ক্ষণী ই জীৱন, ক্ষণজীবি ভৱধামে ॥
কিয় মূল্যবান, এই মানবজীৱন, বিফলে খেদোৱাঁ হায় !
বিনা ঈশ প্ৰেম-পান ॥
অসাৰ পাপকামে, কিবা সুখ ধৰা ধামে,
চিৰ সুখ ঠেলি দূৰে, কিয় পূজাঁ ক্ষণ-সুখে ? ॥১১৭॥

জয়জয়ন্তী—তাল ঝাঁপতাল।

প্ৰেমৰ জলধি বিনা ভক্তি আৰু ক'তো নাই।
ভক্তি-নদী প্ৰেমাগাৰে পৰে ধীৰে ধীৰে গই॥
হৃদয়-তলি ভেদি, বহি যায় যদি নদী
অসীম জলধি বিনা পৰে আৰু ক'ত গই॥
অনন্ত অৰূপ ৰূপ, ৰূপবান ৰূপময়।
সি ৰূপ আকৰে গাই, প্ৰেমে বেগে লীন হয়॥
সি বেগৰ আগে যদি ঠিয় হয় পাপচয়।
প্ৰেমৰ সোঁতৰ কোবে, প্ৰাণ তাৰ অন্ত হয়॥
আহাঁ ভাই দিওঁ ঢালি, প্ৰাণমন সমুদয়।
যাওঁ ভাহি, লীন হওঁ সেই প্ৰেম বেগে গই॥১১৮॥

---

সঙ্কীৰ্ত্তন।

শান্তং ধীৰ গম্ভীৰ ৰূপ তব নিৰ্ব্বিকাৰ হে।
( প্ৰভু বিশ্বপাতা ) সাকাৰ হ'ইয়ো নিৰাকাৰ তুমি
নিৰাকাৰ হইও সাকাৰ হে।
জ্ঞানৰ অতীত ধ্যানৰ অতীত তুমি প্ৰভু হে।
তোমাৰ পূজা সদায় হইছে ভিন্ন ভিন্ন ৰূপে॥
প্ৰীতি পুষ্পাঞ্জলী অৰপিম প্ৰভু তব পদে।
মোৰ হৃদয় ধন সাৰাৎসাৰ, স্নানি প্ৰেম-হ্ৰদে॥
হৃদয়মন তোমাৰ প্ৰভু, তোমা বিনা একো নেজানে।
তোমাৰ পদ পূজি, হাঁহিব নাচিব প্ৰেমে বলীয়া
প্ৰাণ। ( প্ৰভু বিশ্বপাতা ) ॥১১৯॥

---

সঙ্কীৰ্ত্তন।

আজি মনৰ সুখে,
হাহা তৰা মিচিকি মিচিকি কিয় প্ৰেমিকৰূপে ?
ভোল হ'লা কাৰ মন-তাপহাৰী মোহনৰূপে ?
কাৰ প্ৰেম-পুখুৰীত বুৰ গলাঁ সখি কোৱাঁ কোৱাঁ।
এনে মোহন ৰূপে, কাৰ নো ৰূপক, প্ৰকাশিছা ;
  ( ব্যাকুলান্তৰে।)
কাৰ নো প্ৰেমে ব্যাকুল মনে আনন্দ-লহৰী তুলি ;
যোৱাঁ ন জোনাবাই, গাই প্ৰেম-গীত ধীৰে ধীৰে।
  ( দিনে নিশায় )
যোৱাঁ অ' ভাই লই সি ঠায়ে মোক আজি দয়া কৰি।
আহা ! তোমাৰ গভীৰ প্ৰেমিক, দয়াময়ক দেখি
জুৰাম চকু দুটি ! ( হৃদয় মনে ) ॥১২০॥



ৰাগ শ্যাম—গড়া।

পুনু বাজে বাঁশৰি, প্ৰাণমন উদাস হ'ল
তনু পুলকিত প্ৰেমে।
কুবাসনা যত, হ'ল অপসৃত, হ'ল তেজহীন বল বিনে ॥
॥ পদ॥ গভীৰ ৰহস্য অমৃতেৰে ভৰা হ'ল পৰকাল আজি।
বাঁহীৰ মধুৰ সুললিত মাতে, হ'ল পৰাণ উদাসী।
সুমধুৰ বাৰ, এনে সুমধুৰ নাই শুনা কোনো কালে।
এনে সুমধুৰ বাৰ কাণে পশি, পৰাণ মন জুৰাল॥

বাজোক বাঁশৰি, বাজোক হে প্ৰভু, বাজোক অসংখ্য বাৰ
সি বাঁহীৰ মাতে, মোহোক জগৎ
মজোক প্ৰাণ পাপীৰ ॥ ১২১ ॥

---

ৰাগ—ভাটিয়ালী।

আহাঁ ভাই আজি আহাঁ সুখে সবে
গাওঁ হৰিৰ মহিমা উচ্চ ৰৱে ॥
সৌভাগ্যৰ বেলি, ওচৰ পালেহি,
—আকাশে সঙ্গীত বাজে ॥

॥ পদ ॥

সুখে হাত তুলি হৰি হৰি বোলাঁ।
উঠক আনন্দৰৱ।
অহঙ্কাৰ ভয়ে পলাওক আজি,
পাপ তাপ আদি সব ॥
জয় ডঙ্কা তুলি, হৰি হৰি বুলি
ঘোষঁ হে প্ৰেমৰ জয়।
প্ৰেমৰ প্ৰসাদে, নৰে মুক্তি পায়,
দূৰে যায় পাপচয় ॥ ১২২ ॥

---

ৰাগ—গোৰী।

কিয় মন হৰিনাম নোলোৱাহাঁ মুখে
কিয় মজি আছাঁ হায় মিছা পাপ সুখে ?
॥ পদ ॥ আশাৰ অতীত, মনোহৰ,
আনন্দ মূৰতী নিৰাকাৰ।

আকাৰ সাকাৰ নিৰাকাৰে, পূজা মন সদা ভক্তি ভাৱে
পাপ-পিশাচ ভয়ে যাব দূৰে।
ফুলিব হৃদয়-ফুল ধীৰে ধীৰে ॥ ১২৩ ॥

—

ৰাগ—কল্যাণ।

প্ৰেমধাম বিনা ক'ত আৰু শান্তিসুখ আছে ?
সংসাৰৰ মায়া এৰি হৰি চৰণত ধৰি, ভকতৰ ব'লা পাছে পাছে ॥
॥ পদ ॥ প্ৰেমৰ নদীটি পশি, সেই সোঁতত,
দিয়া ঢালি মন প্ৰাণ দেহে।
স্বৰগ তুৰাৰে গ'ই, তুলি দিব সেই সোঁতে,
আনন্দধামৰ তীৰ দেশে ॥
সি নইত নাই ঘোৰ, হিংস্ৰক জলজন্তু, নাই কাম ক্ৰোধ ৰিপুচয়।
যেয়ে তাত দিয়ে বাধা, তাকে হৃদয় মেলি, প্ৰেম-পানী
দিব লাগে ভাই ॥ ১২৪ ॥

—

কীৰ্ত্তন।

উঠা পৰম পিতাৰ নাম গাওঁ আজি সুখে।
শান্তি-হ্ৰদে সাঁতৰ মেলোঁ হাঁহি মুখে ॥
দূৰ গগণে বেলি পোনে চাই ধীৰে ( অটল বিশ্বাসে মজি )
যাৰ সৃষ্ট ৰবি, তাক পূজোঁ হাস্য মুখে ॥
যাৰ নাম গান মত্ত মনে বীণা লই ( বীণা যন্ত্ৰে সদা হে )
নাৰদ দেৱে কৰিছিল, চতুৰ্দ্দিশে ॥
যাৰ অন্ত নেপাই যত নৰ নাৰী ( ব্যাকল ভাৱে সদা হে )
প্ৰেমে আকুল ভাৱে ব্যাকুল হয় বিচাৰি ॥

যাৰ নামৰ ভাৰত প্ৰেমৰ ৰসত সদায় মজি (বলীয়াৰ দৰে হে)
শ্ৰীচৈতন্য, শ্ৰীশঙ্কৰ ফুৰিছিলে।
যাৰ নামৰ বলে হই বলীয়ান আলিঙ্গনে।
( প্ৰেমৰসে মজি ) মহামন্ত্ৰ হৰিনাম দান কৰিলে।
সেই মহা অস্ত্ৰে হই সজ্জিত আহা ভাই ( আজি হে )
ঘোৰ বিপদ কাটি যাওঁ প্ৰেমধামে ॥১২৫॥

---

ভয়ঁৰো—একতালা।

উঠা উঠা উঠা ভাই শুই আৰু কাজ নাই,
বিপদ নহয় বহু দূৰে হে।
শত্ৰু পক্ষ অগণন, অবিশ্বাস ৰিপুগণ,
সকলোৱে আহিব অচিৰে হে॥
হৰিনামক অস্ত্ৰ, সাৰ কৰি শীঘ্ৰ হস্ত,
হ'ই কৰাঁ নিৰভয়ে ৰণ হে॥
অচিৰে লভিবা জয়, নাই ভয় নাই ভয়,
পা'ব ৰিপু সবংশে নিধন হে ॥১২৬॥

---

ৰাগিণী বাগেশ্ৰী—তাল আড়া।

ইকি লীলা খেলা নাথ বুজিব নোৱাৰোঁ।
কোৱাঁ হে জগত নাথ, মিনতি কাকুতি হে কৰোঁ॥
দেখা পাওঁ কিয় মাজে, তব অপৰূপ সাজে,
পুনু বিৰহৰ হ্ৰদে কিয় বিৰহত মৰোঁ॥

যাক তুমি কৰাঁ সুখী, নিমিষে তাক কৰাঁ দুখী।
অতুল দুখী হয় সুখী, কি লীলা তব নুবুজোঁ॥
কোৱাঁ হে,কোৱাঁ মোক হে,তোমাৰ ভৰিত ধৰোঁ ॥১২৭॥

——

সঙ্কীৰ্ত্তন।

হৰিনাম বিনে কোৱাঁ ভাই কি হ'ব পাৰে হে?
অপাৰ সংসাৰ ধামে, নৰে কাৰ নামে তৰে হে?
পাপী তাপি জনে যদি, সেই অস্ত্র পায় হে।
পাপতাপৰাশি অৱহেলে নাশি, জীৱন মুকুলি কৰেহে।
(চিৰ কাললৈকে)
সি নামৰ গুণে চোৱাঁ যত সাধুজন হে।
নাশি মোহজাল, বিষয় জঞ্জাল, অনন্তে লীন হয় হে।
(হৰি পদ সেবি)।
দূৰে হিমালয়োপৰে, শুভ্র গম্ভীৰতা হে।
ধৰি ভাব ধীৰ, প্ৰকাশে তেওঁৰ, অব্যক্ত গম্ভীৰ প্ৰেম হে।
(যেন একে মনে) ॥১২৮॥

——

সঙ্কীৰ্ত্তন।

হৰি! পাপী মই হীন মতি হে।
কলুষিত অতি, দূষিত অতি,দুষিত মন,পূত কৰাঁ প্ৰেম সিঁচি হে॥
নাই সজ বুদ্ধি, সজ কামে মতি, ঘোৰ মই মহাপাপী হে।
পৱিত্ৰ চেনেহে, সপ্ৰেম কটাক্ষে, সুখী কৰাঁ পাপীজনে।
গুচুক এন্ধাৰ, কুমতি-কুঁৱলী, অধৰম ঘোৰ অতি।
নিজে সুখী হওঁ, অনো সুখী হক তব প্ৰেমৰসে মজি ॥১২৯॥

হিন্দি সুৰ।

ক'ত মোৰ প্ৰাণনাথ, ক'ত মোৰ হৰি।
ক'ত মোৰ হৃদয়বিহাৰী, ক'ত মোৰ পাপতাপহাৰী
ক'ত মোৰ প্ৰাণৰ শ্ৰীহৰি, ক'ত শান্তি বাৰি ॥১৩০॥

---

ঐ

দিয়াঁ দেখা দীননাথ দিয়াঁ দিয়াঁ দিয়াঁ মোক।
ত্ৰাণ কৰাঁ দীননাথ গুছুৱাঁ সন্তাপ।
তোমা বিনা কোনো নাই মোৰ দীননাথ।
সংসাৰ সাগৰ ঘোৰে তাৰাঁ নাথ।
পাপেতাপে মগ্ন এই চোৰাঁহে হিয়া।
পাপ তাপ দূৰ কৰি ভকতি দিয়াঁ ॥১৩১॥

---

ৰাগিণী ইমন্ কল্যাণ—তাল চৌতাল।

তুমি নাথ সৰ্ব্বস্ব হে মোৰ।
তোমা বিনা ই জগতত কোন কাৰ ?
তুমি পিতা তুমি মাতা, তুমি গুৰু জ্ঞানদাতা,
তুমি হে জীৱন-দাতা জীৱন-আধাৰ ॥১৩২॥

---

ললিত—আড়া।

আনন্দ সাগৰে আজি মনতৰী ভাহি যায়।
সকলোৱে ৰঙ্গমনে মুখে হৰি গান গায় ॥

হৰিৰ মোহন ৰূপ, আজি প্ৰকাশে হিয়াত,
সেয়ে প্ৰাণে নাই তৎ, সকলো আনন্দময় ॥
শুদ্ধ নিৰমল জ্যোতি, পাই পলাল কুমতি,
ফুলিল ফুল-ভকতি, শোক তাপ আৰু নাই ॥১৩৩॥

---

দেশ মিশ্ৰিত—একতালা।

তোমাক এৰি কেনেকৈ থাকোঁ সংসাৰ মৰুত পৰি ?
গুচুৱাঁ পাপ-পিয়াহ প্ৰেম-পানী দান কৰি ॥
পূজোঁ নাথ পূজোঁ নাথ পূজোঁ নাথ চৰণ তোমাৰ।
নাথুটি কণাৰ জীৱৰ সাৰ, সাগৰে দিক্‌দৰ্শন।
দয়াল হৰি, লোৱাঁ নাথ মোৰ মন ॥
কঙ্গালৰ ধন, হিয়া-জাৰণি-চন্দন, বসন্তৰ জুৰ বায়ুৰাশি।
তুমি জোন এন্ধাৰে ৰূপহী।
পূজোঁ নাথ পূজোঁ নাথ চৰণ তোমাৰ ॥১৩৪॥

---

বেহাগ জংলা—একতালা।

আহাঁ জ্যোতিৰ্ম্ময়, জগদাশ্ৰয়, আহাঁ হিয়া-মন্দিৰে।
তুমি কৰুণাময়, (প্ৰভু হে) পূৰ্ণ কৰাঁ পাপ-হিয়া পুণ্যেৰে ॥
সংসাৰৰ পাপে, শোক সন্তাপে, মগ্ন হিয়া, প্ৰভু এন্ধাৰে।
( দিয়াঁ দিয়াঁ হে পবিত্ৰ জ্যোতি )
মই অধম পাতকী, পাপৰ মূৰতী, মাতোঁ চোৱাঁ কৃপা চকুৰে ॥
প্ৰেমৰ আকৰ, স্নেহৰ নিকৰ, ক্লেশ-কলুষ নাশাঁ হে।
( নাথ দিয়াঁ দেখা পাপ-হিয়া মাজে )
তুমি দীনশৰণ, শমন দমন দিয়াঁ ( প্ৰভু সুধা অন্তৰে ) ॥১৩৫॥

আশা ঠুংৰি।

গোৰা হৰি, মুৰাৰি সঙ্গীত মনোহৰ,গোৰা সকলো জগতবাসী।
তেওঁ দয়াৰ অৱতাৰ, অসীম স্নেহনিধান, সত্যৰূপ পূৰ্ণৰাশি ॥
সকলো এন্ধাৰে মগ্ন আছিল তমঃ অতি, ঘোৰ দিগন্তক জুৰি
ইচ্ছা হ'ল তেওঁৰ পোহৰ ওলাল, জয় জয় গোৰা গুণ হৰি ॥
॥১৩৬॥

---

ৰাগিণী খাম্বাজ—তাল ঠুংৰি।

ভৱসাগৰৰ পাৰে বহি মই
আছোঁ নাথ তব কৃপা-বাট চাই।
শুনিছোঁ তোমাৰ কৃপা অপাৰ
পাপী, তাপী সবে তোমাৰ কোলা পায়
আজি হে ভৱসাগৰে কৰা পাৰ ॥ ১৩৭ ॥

---

সঙ্কীৰ্ত্তন।

হৰি বোলা হৰি বোলা হৰি বোলা মন।
এৰা মোহ মায়া, ভ্ৰমছায়া, সংসাৰ সপোন ॥
( এবাৰ হৰি বোলাহে )
আহা ভক্তি ভাৱে, প্ৰেম ভাৱে, কৰো হৰি সঙ্কীৰ্ত্তন।
( ভাই নাচি নাচি হে )
যি ভাই বাহু তুলি, হৰি বোলে সি যে পায় হৰি
দৰশন ॥ ১৩৮ ॥

---

বেহাগ—একতালা।

সুন্দর ৰূপেৰে, সুন্দৰ জ্ঞানেৰে, হিয়াত সুন্দৰ বাজে।
সুন্দৰ পোহৰ, আহা কি মধুৰ, বাঁহী ধীৰে ধীৰে বাজে॥
প্ৰেম পূৰ কৰি, হৃদয় মাধুৰী, পাৰঁামানে
আজি বোলাঁ হৰি হৰি।
স্বৰগ-অমিয়া,পান কৰি হিয়া, নাচিব প্ৰেমৰ সাজে ॥১৩৯॥

——

কাফি—ঝাঁপতাল।

তুমিহে ভৰসা মোৰ অঠাই সাগৰে।
কোনো নাই মোৰ,যি বিপদ ভয় নাশে,ই এন্ধাৰত তাৰে॥
তুমি এক অভয় পদ জগত সংসাৰে।
কেনেকৈ পাপী জনে তোমাক এৰে ?
কৰাঁহে দুখ অন্ত, সুখ বসন্ত দিয়াঁহে।
সদায় যেন দেখোঁ তব জ্যোতি চকুৰে॥
জীৱন সখা তুমি, নিজীওঁ তোমা বিহনে।
কান্দিছে মোৰ প্ৰাণ মনে, কাতৰ মাতেৰে॥ ১৪০॥

——

ৰাগিণী অহং—তাল একতালা।

চোৱাঁ আজি সবে মেলি হে নয়ন।
চোৱাঁ আজি পূৰ্ণ সত্য, নিৰঞ্জন॥
দূৰ কৰি দিয়াঁ দুখৰ কান্দোন,
নাচাঁ আজি সবে প্ৰেমৰ সাজে॥

তেওঁৰ সুন্দৰ মূৰতি নিৰখি, প্ৰেমে পূৰ হ'ব
কলুষিত হিয়া, পান কৰিবাহে
স্বৰগ-অমিয়া, পুণ্য-বেলি শোভিব
হিয়া মাজে॥
সংসাৰত ভাই, সাৰ একো নাই,
হৰিনাম সাৰ সংসাৰ মাজে।
ধন জন মান, নিশাৰ স্বপোন, সকলো
অসাৰ তেওঁৰ বাজে॥
মনৰ এন্ধাৰ দূৰ কৰি দিয়াঁ, পুৰোৱাঁ
ভকতি ফুলেৰে হিয়া, প্ৰেম ৰূপ সুধা
সকলোৰে নিয়া,—থাপাঁহে স্বৰগ
পৃথিবী মাজে॥ ১৪১॥



সমাপ্তোঽয়ং গ্ৰন্থঃ।

শিৱমস্তু।